# বৈদেহী-বিয়োগ

(ভাষনা আর থিয়েটারের উপযোগী
রামায়ণ-মূলক নাটক)

মিত্রদের মহন্ত, অধিকার।

প্রকাশক,



২য় সংস্করণ—১৮৮২ শক (১৯৬০)

মূল্য—দুটাকা মাত্র।

# পাতনি

"বৈদেহী বিয়োগ" ৰচিবৰ আজি কুৰি বছৰ হল। ৰচনা বছৰতে যোৰহাট থিয়েটাৰতে বাৰ দিয়েক আৰু অন্যান্য অনেকবাৰ অভিনয় কৰাৰ পাচত আন আন আমাৰ ভালে-টকৰ লগতে এই নাটকখন কাৰবাৰ হাতত পৰি গুপ্ত হৈ

...ৰ্তমান চাকৰিৰ পৰা অৱসৰ লৈ আহি হঠাতে মূল নাটক ... দুবো নকল ভথ্য নকল এটি পাই যিমান পৰা কম আগৰ ...থ ছপোৱা হৈছে।

লৱকুশৰ যুদ্ধ মূল ৰামায়ণৰ ঘটনা নহয় কিন্তু আমাৰ দেশত ...কুশৰ যুদ্ধ নিদিলে বহুতেই নাটক খনি অসম্পূৰ্ণ বুলি ভাবে। ...ৰি মূলৰ মতে কুশতকৈ লৱ বয়সে সৰু। কিন্তু আমাৰ বাহিৰৰ ...কেই লৱ কুশ বুলি কুশতকৈ লৱক ডাঙৰ পাতি লয়। এই ...ত কুশক যে লৱতকৈ ৰৰ বুলি চিত্ৰিত কৰা হৈছে কেৱল মূলৰ ৰাখিবলৈহে।

...জে লাগে দীঘল নাটক, থিয়েটাৰলৈ (বিশেষকৈ এতিয়াৰ) লাগে চুটি নাটক। দুয়ো পক্ষকে সমানে সন্তোষ দিয়া ইয়াৰ বাহিৰেও ভাৱনা-থিয়েটাৰৰ নাটকৰ একোটা স্বতন্ত্ৰ আছে। পাতনিত সেইবিলাক লেখিবলৈ গলে পুথিৰ কলেৱৰ ...ঢ়।

চমুৱাই কৰিব খুজিলে এই নাটকখনি "সীতা বনবাস" নাম দ্বিতীয় অঙ্কৰ ৬ষ্ঠ দৃশ্যতে সামৰিব পাৰি—আৰু মূল ৰামায়ণৰ

হবে কৰিব খুজিলে তৃতীয় অংকৰ ৪র্থ দৃশ্যলৈকে লৱ-কুশৰ যুদ্ধ বাদ দিও কৰিব পাৰি। সকলো নির্ভৰ কৰে শিল্পী সকলৰ ইচ্ছাত।

যুঠতে যাৰ লীলা প্রচাৰ কৰিবলৈ এই অপপ্রয়াস কৰা হৈছে সেইজনৰ চৰণত অপৰাধৰ বাবে ক্ষমা মাগি, উক্ত দলৰ শিল্পীবৃন্দলৈ নাটিকখনি আগ বঢ়োৱা হ'ল।

ছপা আৰু প্রকাশৰ আৰু বেটু পাতৰ ছবিৰ বাবে, যথা ক্ৰমে ৰবকটকী কোম্পানীৰ আৰু স্বনাম পৰিচিত শিল্পী, সুদে শ্রীযুত যুগল চন্দ্ৰ দাসৰ শলাগ লৈছো।

ইতি—

যোৰহাট, } বাইজৰ
১।১০।৫০ ইং চন } —মিত্রদেৱ—

শৰ্মা।

# দ্বিতীয় সংস্কৰণৰ পাতনি

এই নাটকৰ দ্বিতীয় সংস্কৰণ হ'ব লাগিছিল আজি ৪ বছৰ আগতে। দুখৰ কথা বহুতো অপ্রকাশ্য কাৰণত এই ৪ বছৰ কাল মিছাতে অতীত হ'ল।

যোৰহাট প্রশিক্ষণ বিদ্যালয়ৰ পাঠ্য তালিকাত ভুক্তি হ আজিও অনেক মঞ্চত এই নাটকৰ থিয়েটাৰ-ভাৱনা—এই দুটিৰ প নাটক খনি ৰাইজৰ আদৰৰ পাত্র হৈছে বুলি জানিব পৰা হৈ আৰু সেই কাৰণেই ইয়াক দ্বিতীয় বাৰত প্রকাশ কৰা হৈছে।

ৰাইজৰ আদৰেই নাট্যকাৰৰ কৃতকৃত্যতা। ইতি—

শ্রীশ্রীমিত্রদেৱ
১৪।৬০

সুকুমাৰ কলাশিল্পী, লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিক

শ্ৰীযুত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি এ দেৱৰ

কৰ কমলত।



হে' অগ্ৰজ প্ৰতিম,
শুজা নাই ঋণ;
শ্ৰদ্ধাৰ চানেকি ৰূপে
অৰ্পিলো কৰত মাথো
অকৃতী হাতৰ এই
"বৈদেহী-বিয়োগ"

আপোনাৰ;

—মিত্ৰদেৱ—

# নাটকৰ চৰিত্ৰাৱলী

ৰামচন্দ্ৰ— অযোধ্যাৰ ৰজা, বিষ্ণুৰ ৭ম অৱতাৰ।

ভৰত—ৰামচন্দ্ৰৰ ভ্ৰাতা

লক্ষ্মণ— „

শত্ৰুঘ্ন— „

বাল্মীকি—ৰামায়ণ ৰচয়িতা আদি কবি

বশিষ্ঠ—ৰঘুবংশৰ পুৰোহিত

দুৰ্ম্মুখ—গুপ্তচৰ

হনুমন্ত—মহাভক্ত বীৰ

শম্বুক—শূদ্ৰ তপস্বী

দীনদাস—শম্বুকৰ পুত্ৰ

কঞ্চুকী—ৰজাৰ ভিতৰুৱাল কৰ্ম্মচাৰী ব্ৰাহ্মণ

মন্ত্ৰী—

কুশ লৱ—ৰামচন্দ্ৰৰ পুত্ৰদ্বয়

হলায়ুধ, গোবা, বৈভৱ, মধু, মেমেৰা, গেৰজাই, নট-ভাট, যোদ্ধা-ৰথীয়াহঁত, নগৰবাসীসকল, ব্ৰহ্মচাৰী সকল, প্ৰজাসকল, পাৰিষদবৃন্দ।

সীতা—ৰামৰ পত্নী।

উৰ্ম্মিলা—লক্ষ্মণৰ পত্নী

কৌশল্যা—ৰামচন্দ্ৰৰ জননী

বসুমতী, ধৰুনা, মুনিকন্যা, পৰিচাৰিকা আদি সঙ্গিনীসকল।

## প্ৰয়োজনীয় দ্ৰব্য সমূহ

সিংহাসন, ছত্ৰ-চামৰ, ৰাজদণ্ড, ফুলৰ মালা, অক্ষতদূৰ্ব্ব বৰ্ণ-সীতা, ধনু-শৰ, তূণ-গদা, কাপোৰ ধোৱা পাট, কাপোৰ মেলা জৰী, বীণা, ৰংবৰণৰ সজুলি, ফলি, ফলিগুটি, ধূ বটা সজুলি, চিতা।

ভাৱনাত—এটা ঘোৰাৰ চো।

"ওঁ নমো ভগৱতে বাসুদেৱায়"

# বৈদেহী-বিয়োগ



## প্ৰথম অঙ্ক

### প্ৰথম দৃশ্য

ৰাম নৱমী উপলক্ষে গোটেই মণ্ডপ আম ডালি, ফুলৰ মালা, ভৰুণ কুম্ভ, ফলপাত্ৰ আদিৰে সুসজ্জিত। একাষে ৰত্নখচিত বিচিত্ৰ ৰাজসিংহাসন। আনকাষে মন্ত্ৰী, নট-নটী, বন্দী-মাগধ, ছত্ৰ-চামৰধাৰী আৰু সভাসদসকল নিৰ্দ্দিষ্ট ঠাইত বৈ ৰাজদম্পতীলৈ আগ্ৰহেৰে বাট চাই আছে। ভিতৰত কালীৰ মাত।

( এনেতে কঞ্চুকীৰ প্ৰবেশ )

কঞ্চুকী—উপস্থিত শুভক্ষণ ;
যথাবিধি দেৱ মন্দিৰত
গুৰু মাৰ্কণ্ডেয়, ষষ্ঠী আদি
দেৱ-দেৱী সকলৰ
হ'ল পূজা-অৰ্চ্চা অৱসান।

মন্ত্ৰী—আমিও প্ৰস্তুত দেৱ,
অযোধ্যাৰ ৰাজদম্পতীক
ভক্তি-অৰ্ঘ্য অৰ্পণৰ হেতু।
কঞ্চুকী—কাৰ্য্য-নিষ্ঠা প্ৰশংসো সবাৰ।

(শৰাইত ফুলৰ মালা-লগস্তিকা লৈ লক্ষ্মণৰ প্ৰবেশ)

লক্ষ্মণ—কুল-ৰীতি হ'ল সমাপন।
আহিছে সস্ত্ৰীক নৰপতি
উপবেশনৰ অৰ্থে প্ৰকাশ্য সভাত।
হে' দেৱ কঞ্চুকী, হে' মন্ত্ৰীবৰ,
অযোধ্যাৰ সুখে আজি
ধৰণী প্লাবিত।
প্ৰাণ সম সন্তানক দেখি
স্নেহময়ী জননীয়ে
আনন্দৰ অশ্ৰুধাৰা বোৱায় যিদৰে
আজি সেইদৰে
স্বৰ্গবাসী অমৰ বৃন্দই,
কক্ষ স্থিত গ্ৰহ-উপগ্ৰহে
অযোধ্যাবাসীক চাই, মজি আনন্দত
বৰষিছে পূত আশীৰ্ব্বাদ।
কঞ্চুকী—ৰাজপুত্ৰ,
মহত্ত্বৰ পূজা নেদেখিলে

রাজ্যশ্রীয়ে রাজ্য এরি
বুৰ দিয়ে কাল সাগৰত।

লক্ষ্মণ—যথাৰ্থ বচন দেৱ,
মনুষ্যৰ মনুষ্যত্ব অনাদৰ কৰি
দেৱত্বৰ পূজা কৰো বুলি
যি জাতিয়ে কৰে অভিমান
সি জাতিৰ নিস্ফল প্ৰয়াস দেখি
দেৱতাই ছাড়ে দীৰ্ঘশ্বাস।

মন্ত্ৰী—দয়া-ধৃতি, ক্ষমা-স্নেহ, বৈৰাগ্য-বিবেক
গুণাধাৰ নিৰ্গুণৰ আশীষ নিৰ্ম্মালি।
সি হেন নিৰ্ম্মালি লভি
যিজনে শিৰত
অপূৰ্ব্ব জ্যোতিৰে শোভা
কৰে সমাজত—
উচ্চ তেওঁ, পূজ্য তেওঁ
জাতিৰ কল্যাণৰূপী প্ৰতিমা দেৱৰ।

লক্ষ্মণ—মন্ত্ৰীবৰ,
আজি অযোধ্যাত
সিহেন মানৱ মূৰ্ত্তি
দেৱতাৰ পূণ্য জন্মোৎসৱ।

( নেপথ্যত মন্দিৰত ভৰা-কাঁহ, ঘণ্টা-শঙ্খ বাদ্য আৰু উৰুলী মঙ্গল)

জন্মভূমি ভূ স্বৰ্গ পুণ্য অযোধ্যাৰ
খাটা ঈশ্বৰক—
প্ৰজাৰ প্ৰীতিৰ অৰ্থে
হ'লে প্ৰয়োজন
পাৰো যেন বিসৰ্জিব
এই তুচ্ছ বিনাশী প্ৰাণকো।

লক্ষ্মণ— শুনা শুনা অযোধ্যা নিবাসী,
প্ৰাণস্পৰ্শী বাণী নৃপতিৰ।
জয় সীতাপতি, শ্ৰীৰামৰ জয়।

সকলোৱে—জয় সীতাপতি শ্ৰীৰামৰ জয়।

(ৰাজ দম্পতীয়ে আসন গ্ৰহণ কৰা মাত্ৰকে আদিতে লক্ষ্মণে, তাৰ পাচত ভৰত শক্ৰঘ্নই ৰাজ দম্পতীৰ পদতফুল, দুৰ্ব্বা আৰু গলত মাল্য দান কৰে। বাকীসকলেও পুষ্প দুৰ্ব্বা সিচি পুনৰ জয়ধ্বনি কৰে।

নট-ভাটৰ গীত।

(ওজা পালিৰ ধৰণেৰে)

ৰঘুকুল কল্পতৰু
জয় জানকী গুৰু
প্ৰণমো ৰাঘৱ বাৰণাৰি।
চিৰ প্ৰজা ৰঞ্জন
আধি-ব্যাধি ভঞ্জন
অমল বিমল তনু ধাৰী॥

জলনিধি বন্ধন বিপক্ষ গঞ্জন
হৰধনু ভঞ্জন সৌম্য নিৰঞ্জন
পূত নিৰ্ম্মল ব্ৰতধাৰী॥

( গীতৰ লগে লগে উৰুলী মঙ্গল, আৰু পুষ্প-বৃষ্টি হৈ থাকে )

দ্ৰঃ—গীতৰ শেষত শ্ৰীৰামৰ অতীত লীলা স্বৰূপে দহমূৰীয়া ৰাৱণৰ লগত ৰামচন্দ্ৰৰ যুদ্ধৰ নৃত্যাভিনয় দেখুৱাব পাৰিলে এই দৃশ্য অধিক মনোৰম হ'ব।

—:*:০—

## দ্বিতীয় দৃশ্য

ৰাজ প্ৰাসাদৰ সমীপস্থ উপবন

( ৰাজ গৃহবাসিনী পৰিচাৰিকাসকলে হাতেপতি ফুলৰ মালা লৈ গীত গাই গাই প্ৰবেশ কৰে )

### গীত

অ' মোৰ লাহতী
অ' বন মালতী
ৰচকী খোপাটি তোৰ।
ৰাঙ্ক উলাহেৰে
লাখৰে ৰাখৰে
আহিছে ভোমোৰা চোৰ॥
শুন গুণু গুণু নেপুৰবে কণু
চকুতে পাপৰি লেখা
সজলা মেঘতে বিজুলী জ্বলিছে
সোণতে কষটি ৰেখা

কালিজ্ৰী পাখিতে নাচে বালিচৰি
প্ৰেমে চকু মণি পূৰ ॥
চেলেঙত চিনিছো নোৱনি হালধি
গালতে দৈয়নৰ দৈ
চুলি জিলিকিছে তেলেৰে বিয়লি
ক'লীয়া তুলসী লৈ—
মুখতে আনিছে
হাঁহি মোহনীয়া
হিয়া পীৰিতিৰে পূৰ ॥

( যাব খোজোতেই ৰাম সীতাৰ প্ৰবেশ। জয়ে জয়ে পদত সেৱা জনাই পাচত হাতত মালা অৰ্পি পৰিচাৰিকা সকলৰ প্ৰস্থান )

ৰাম—( বন-শোভাত মুগ্ধ হৈ )

চোৱাঁ, চোৱাঁ জনক-দুহিতা,
তোমাৰ অমল মুখ—
মকৰন্দ পান কৰি
বংশী মুগ্ধা হৰিণীৰ দৰে
বন ৰাণী চোৱাঁ আজি অচল চৰণ।
অপূৰ্ণ বাসনা যেন
বন্দিনীৰ সাজে—
অলক্ষিতে আছে ৰৈ
বাঞ্ছিতৰ মুখ-ছবি চাই।
ফুলো ফুলো কৰি ফুলে
আশা পালোতেই—

তোমাৰ লাৱণ্য দেখি
অনিমেষ নয়নেৰে
ৰৈ আছে, চোৱাঁ দেৱী পাতৰ আঁৰত।
দেৱী, কোন কমনীয় ?
তুমি, নে কুসুম ?

সীতা—"কোন কমনীয়" ?
কুসুমো নহয় প্ৰভু, দাসীও নহওঁ।

ৰাম—( হাঁহি ) তেন্তে ?

সীতা—তেন্তে প্ৰভু কওঁ অকপটে
এই কমনীয় কুসুমো সৰিব;
তোমাৰ সেৱিকা এই সীতাও ম……

( 'মৰিব' বুলিব খোজোতেই ৰামে সীতাৰ মুখত হাত দিলে। 'মৰিব' সম্পূৰ্ণ নহ'ল )

( হাত এৰুৱাই ) কিন্তু নাথ,
যিখনি লাৱণ্য হাতে ফুলৰ গালত
সানে নিতে যৌৱন সেন্দুৰ
দিয়ে এনে মুখ ভৰা হাঁহি বিতোপন
অঙ্গে অঙ্গে শৰীৰৰ
দিয়ে ভঙ্গি সুন্দৰ সুঠান—
সেই শিল্পী, সেই
চৰাচৰ জগতৰ বিধি কমনীয়।

ৰাম—সৃষ্টি কর্ত্তা—অদৃশ্য নৰৰ।
স্থষ্টি কিন্তু সিজনৰ
বিৰাজিছে প্ৰত্যক্ষ স্বৰূপে।
সোঁৱা সোঁৱা দেৱী,
চোৱাঁ শেৱালিয়ে
তোমাৰ অনিন্দ্য ৰূপ
দেখি লাজ পাই
বাগৰি পৰিছে আহি
ধৰণীৰ কোমল কোলাত।
চোৱাঁ আৰু চেনিচম্পা সৌ
তোমাৰ লাৱণ্য দেখি
ঢাকিছে আপোন মুখ
জননীৰ সেউজীয়া বিহাৰ আঁৰত।
সীতা—নহয় নহয় নাথ,
সোৱকাৰ বীভৎস শিৰত
ঢালিছা করুণা দেখি
প্ৰেমময় উদাৰতা লৈ—
দেখিছা ফুলক অসুন্দৰ।
শুনা প্ৰভু
মানৱক দিবলৈ শিক্ষা নিতে নৱ
বিচিত্ৰ সাজেৰে, বিচিত্ৰ ধৰণে
স্ৰজিলে কুসুম ৰাশি
সৌন্দৰ্য্যৰ শ্ৰেষ্ঠ শিল্পী, বিধিৰ ঝিধিয়ে।

ৰাম—কি শিক্ষা দেবী ?

সীতা—চোৱাঁ প্ৰভু,

শিক্ষা দিছে শেৱালি বকুলে
এৰি চিন্তা অনিত্য গৃহৰ
জন্মভূমি জননীৰ সৌন্দৰ্য্য বঢ়োৱাঁ—
প্ৰয়োজন হ'লে
সঁপি—অনিত্য জীৱন।

ৰাম—( প্ৰশংসাৰ হাঁহিৰে ) আৰু আৰু ?

সীতা—কৈছে কমলে

গুণৱান্ হ'লে
নকৰে বিচাৰ কেৱেঁ কুল-মৰ্য্যাদাৰ।
বসনে ভূষণে হীন
বিলা সতা শূন্য সৌ
চেনিচম্পা পাহিয়ে বিনয়ে
কৈছে বিশ্বক—
প্ৰতিভাৰ অধিকাৰী হৈ
নকৰিবা পৰিহাৰ
জাতীয়তা অমূল্য সম্পদ।

ৰাম—জানকী, জানকী,

মধু মক্ষিকাৰ দৰে, গুণগ্ৰাহী হৈ
কাহানি কৰিলা এনে মধু আহৰণ ?

সীতা- প্ৰভু,

তুমি যাক শিক্ষা দিছা
অন্তৰ্য্যামী গুৰু ৰূপে
ৰহি চিৰকাল এই
সেৱিকাৰ হৃদয়াসনত—
জ্ঞানৰ বাৰিধি ৰূপে
তুমি যাক দান দিছা
জ্ঞান বিন্দু নিমেষে নিমেষে
শিক্ষা তাৰ, ঘৰে পৰে নিতে নিৰন্তৰ।

ৰাম—( সীতাৰ বাহুত হাত দি )

জানকী, ( হঠাতে অতীত সুঁৱৰি )
যাৰ গ'ল কত যে কাল সাগৰত,
নিষ্ফলা বন্ধ্যাৰ দৰে
কত সন্ধ্যা যাৰ গ'ল—
কিষ্কিন্ধ্যাৰ পম্পাৰ পাৰত—
তোমাৰ দৃষ্টিতো
ঊষাৰ সুষমা কত
গ্ৰাসিলে অশোক বনে
স্বৰ্ণ লঙ্কাৰ সেই দুৰন্ত……

সীতা—প্ৰভু মোৰ,

জীৱনৰ আৰাধ্য দেৱতা,
আক মুতুলিবা সেই

অতীতৰ শোকৰ কাহিনী—
সেই বজ্র লেখনীৰ
হলা হল বিষে জৰ্জ্জৰিত
স্মৰিলে অতীত দৃশ্য
হৃদয়ৰ হেৰায় সংযম,
ৰোধে পথ অশ্রুৰ ধাৰাই।

ৰাম—ক্ষমা কৰা প্ৰিয়ে,
চঞ্চলতা ৰামৰ চিত্তৰ।
শুনা, শুনা,
কোকিলৰ কল কণ্ঠ
বতাহৰ চোৰে চোৰে
উটি আহি পৰিছে কাণত।
ললিত বলিত কেনে মাধুৰী মিশ্রিত !!
কুউ কুউ কুউ !!
কি অমৃতৰ ধাৰা, মক মৰতত !!

( কঞ্চুকীৰ প্ৰবেশ )

কঞ্চুকী—মৃত পুত্র এটি
সাৱটি বুকুত
উপস্থিত দুৱাৰত
শোকাৰ্ত্ত ব্রাহ্মণ।
ৰাম—মৃত পুত্র লৈ ?

কঞ্চুকী—হয় মহাৰাজ.
কত প্ৰশ্ন কৰিলো বিপ্ৰক
নিদিলে উত্তৰ—
ক'লে মাথো লাগে নৃপতিক।

ৰাম—প্ৰিয়ে; আহাঁ যাওঁ
চাওঁ যত্ন কৰি
কিহেৰে মছিব পাৰো
পুত্ৰ শোকে জৰ্জ্জৰিত বিপ্ৰৰ অন্তৰ।

সীতা—আপোন অশ্ৰুৰে
নমছি পৰৰ দুখ
কিহেৰে মছিবা প্ৰভু,
কিহেৰে ঢোৱাই থুবা
ব্যথিতৰ অশ্ৰু নয়নৰ ?

( তিনিওৰে প্ৰস্থান )

—০:*:০—

## তৃতীয় দৃশ্য

গাওঁৰ মাজৰ বাট

( থঙত একো নাই হৈ মেমেৰাৰ প্ৰবেশ )

মেমেৰা—( ভিতৰলৈ উভতি চাই )

কি বৈনায়, বৈনায়; কৈ আহিছা হেঁ ? বাটৰ মানুহ বাটে বাটে গুচি যাব পোৱাঁ। তাকে নকৰি ( সিঞ্চাৰি ) "বৈনায়", "বৈনায়" "বৈনায়"।

( মধুৰ প্ৰবেশ )

মধু—ভাবি চোৱাঁ, মাক বাপেকৰ ঘৰলৈ নেযোৱা ছোৱালী কোনোবা জম্বু দ্বীপত আছেনে? কোৱাঁচোন আছেনে (খন্তেক ৰৈ) বোলো কোৱাঁচোন আছেনে? মোৰ ভনী নহয় জানিবা এতিয়া তোমাৰ ভনীয়েৰাই। গ'ল বাপেকৰ নৰিয়া শুনি, গিৰিয়েকক সুসুধি দুটা পদূলি পাৰ হৈ; সেই বুলি তাইক কাটি পেলাবানে?

মেমেৰা—( ঘপহায় ) এ মোৰ ভনী হোৱা হ'লে সেইদিনায় তাইক তাঁতৰ খুটাত বান্ধি লৈ ( দাঁত কৰ'চ কৰ্চি ) মৈদাৰে কাচি কাচি মাৰিলোহেতেন;

মধু—আটাইৰে আকৌ তেনে চিত্ নহয় নহয়—ভাবি চাবা।

মেমেৰা—( মুখ বিকটাই ) এ চাইছো, তালুৰ পৰা ত'ৰ তলুৱালৈকে চাইছো।

মধু—তিনটা ভাই-ককাইৰ মাজত ভনী বুলিবলৈ মুঠেই এজনী। তালৈকোচোন নেপাহৰিবা, বৈনায়।

মেমেৰা—( ঠাট্টাৰ সুৰেৰে ) নাই পাহৰা মোৰ জেঠৈৰী, নাই পাহৰা। ভাল চাই দৰা এটা নি ছকুৰি পাত্তি-ঢোল হেম্বেলিওৱাই বিয়া দি দিয়াঁগৈ।

মধু—লহকৰৰ ঘৰত তেনে নিয়ম থাকিব পাৰে, মোৰ মনকৰৰ ঘৰত আকৌ তেনে নিয়ম নাই।

মেমেৰা—বুইছ মধু, অলপ গা চম্ভালি কথা ক'বি। জেঠৈৰী-লেঠেৰি মই নগণিম।

মধু—( সাহ দেখুৱাই ) ওঁ। ভাল কথা কওঁতে ইমানৰ গুৰি পালিহি। তোৰ হে হাত আছে—মধুৰ নাই—মধুৰ হাত নাই—মধুৰ হাত নাই ?

মেমেৰা—( ফেপেৰি পাতি ) মৰ এতিয়া নিজ দোষত—মৰ এতিয়া—হয় এতিয়া ঘটনা—পৰে এতিয়া মূৰ উফৰি......

মধু—মোৰ মূৰ উফৰি পৰিব আৰু তোৰ মূৰ কান্ধত উঠি টিঘিল্‌ঘিলাই থাকিব ? এ বুইছ ( সষ্টম হ'ল )।

মেমেৰা—( সেইদৰেই ফেৰ পাতিলে )

( বেগা বেগিকৈ ছদ্মবেশী দুৰ্ম্মুখৰ প্ৰবেশ )

দুৰ্ম্মুখ—ৰ'বা ৰ'বা—হাই নকৰিবা। ৰাম ৰজাৰ দোহাই। কোৱাঁচোন—কি হৈছে তোমালোকৰ।

মধু—শুনাচোন বাটৰুৱা কাই, এইটোৰ বেক্‌-বেকনি, চেক্‌-চেক নিখন। যেন শালিকাৰ হে কণী ভাগিল।

দুৰ্ম্মুখ—হৈছে কি ?

মধু—এই নিশালমুৱাটো মোৰ বৈনায়। পিতাৰ টান নৰিয়া শুনি প'ৰহি ভনী জনী, ই নথকাত আমাৰ ঘৰলৈ গ'ল। এই 'বৰ' জগৰটোতে ই এতিয়া তিৰোতা বুলি নেসামৰি তাইক খেদি দিছে।

মেমেৰা—দিম চাৰি দিম। মোৰ যদি তিৰোতাই হ'ব—মোৰ অপোছনে খোজ এটা পেলাব কিয় ? মৰিল জানিবা সেইজনী তিৰোতা,—সেই বুলি দেশত তিৰোতাৰ আকালেই হ'বনে, মাকেই মৰিব ?

মধু—এঃ ঠাই আছে কি? এওঁলৈ তিৰোতাই ভুকুকিয়াই আছে।

দুৰ্ম্মুখ—অনৰ্থক কাজিয়া নকৰিবা। ৰজাৰ দুৱাৰ মেলা আছে; গোচৰ দিয়াগৈ।

মেমেৰা—অমুকাক তিৰোতাও নেলাগে আৰু বিচাৰ দিবলৈও নাই—এইজন ৰজাৰ কাষত।

মধু—শুনিলা, তাৰ উচুতীয়া মাত? তালৈ ৰজাও অলায়ক হ'ল।

মেমেৰা—হ'ল চাৰি হ'ল। এইজন ৰজা নহৈ আন হোৱা হ'লে লঙ্কাৰ পৰা তিৰোতা উধাৰি নানে।

দুৰ্ম্মুখ—তুমি বোধ কৰো এটা কথা শুনা নাই

মেমেৰা—কি?

দুৰ্ম্মুখ—ৰজাই লঙ্কাত, জুইত পৰীক্ষা কৰিহে ৰাণীক সোমৰিছিল।

মেমেৰা—লঙ্কাৰ জুইহে হ'বলা?

দুৰ্ম্মুখ—লঙ্কাৰ জুই আৰু অযোধ্যাৰ জুই দুকুৰানে কি?

মেমেৰা—একেকুৰা হ'লেনো লঙ্কাৰ জুই হনুমন্তৰ চেলেকত সুমায়নে?

মধু—শুনিছা, শুনিছা?

মেমেৰা—নুশুনিনো কাণত টিলা দিছেনে? চেলেকিলে জুই সুমায় ক'ত? লঙ্কাত; পানীত পৰিলে শিল ওপঙে ক'ত? লঙ্কাত; বছৰত ছমাহলৈ টোপনি আহে ক'ত? লঙ্কাত; দেও মাৰি সাগৰ পাৰ হয় ক'ত? লঙ্কাত। অযোধ্যাত জানো তেনে হ'ব?

( হলায়ুধৰ প্ৰবেশ )

হলায়ুধ—এ বোপাই, দিনদিয়েক ৰ'বা অযোধ্যাতো মতাই ল'বা পাব, মাইকীয়ে ডাঢ়ি খুৰাব। বোলো সোণাইহঁত, আজি কালিৰ কথাত "হিতো নৰাচ্যং অহিতো নৰাচ্যং"।

মেমেৰা—শুনিলা বাটকৰা কাই, অকল মেমেৰাই কয় নে দেশৰ দহেও কয়?

দুৰ্ম্মুখ—সচানে দেউ, ৰাণীক সংবৰণ কৰাৰ বাবে দহে ৰজাৰ গ্লানি কৰে?

হলায়ুধ—কিনো ক'ম মোৰ কুটুম? ক'লেও আয়ে কিল খায় নক'লেও বোপায়ে চকতে খায়। ৰজাৰ মৰমত, দেখুৱাই কেৱেঁ একোকে নকয়, ভিতৰি কিন্তু গোটেই দেশতে ফু-ফু ফা-ফা, বি-বি বা-বা।

দুৰ্ম্মুখ—( স্বগতঃ ) ঈশ্বৰ, কোন কুক্ষণত আজি ইয়ালৈ আনিলা?

মধু—এ দেউ, পাচত ক'লে হ'ব কি? কিবা ক'বলৈ আছে যদি ৰজাৰ আগতনো কৈ নাহেগৈ কিয়?

হলায়ুধ—মোৰ সোণ, আমাৰ তুলসীপতীয়া বামুণৰ কথা কোনে শুনিব? দেখা নাই বশিষ্ঠ, যাজ্ঞবল্ক্য আদি ভো ভো পণ্ডিত বোৰেই কিলাকুটিলৈকে জুবুৰিয়াই মাৰি আছে। আমি বোলোতে কোন কুটা!!

দুৰ্ম্মুখ—আহক হেন্তে দেউ, মোৰ লগতে আহক। মই ভেটাই দিমগৈ আপুনি দহজনৰ মুখত যি যি শুনিছে তাকে ৰজাক জনাবগৈ।

হলায়ুধ—এ হে' হে' তুমি মোক পানীকেচুৱা পাইছা, নহয় ?

দুৰ্ম্মুখ—তেন্তে কথাই মিছা আপোনাৰ।

হলায়ুধ—মিছা যদি মিছা। মিছা হ'লেও আমাৰ বিষাদ নাই; সচা হ'লেও আমাৰ হৰিষাদ নাই।

দুৰ্ম্মুখ—( স্বগতঃ ) উঃ উঃ! মোৰ প্ৰভুৰ ৰাজ্যতো নিন্দা বাণী আছে। ( প্ৰস্থান )

মেমেৰা—দেউ, মোক এতিয়া সেইজনী তিৰোতা সামৰিবলৈ কয়নে ?

হলায়ুধ—তোমাৰ ইচ্ছা মোৰ সোণ।

মেমেৰা—মোৰ ইচ্ছা—আন এজনী আনিবলৈহে।

হলায়ুধ—ওঁ তো। যাৰ ৰৰপেড়াত দুই চাৰিজোৰ সোণৰ খাৰুৱে জকমকায়, যাৰ পদুলিমুখত দুই চাৰিটা হাঁতীয়ে নিচিঞৰে, যাৰ বৰ ঘৰত দুই চাৰিজনী তিৰোতাই চুলিয়া-চুলি নকৰে—সি কিহৰ পুৰুষ ?

মধু—ময়ো চাওঁ বাক, কোনটোৱেনো তোলৈ ছোৱালী যাচে।

( উচাট্ মাৰি গুচি যায় )

মেমেৰা—সচা চাৰিনে ? বোলো সচা চাৰিনে ? হেৰ' শুন্ শুন্ শুন্—যদি ভুহৰবৰ ঘৰৰ পোৱালি হওঁ—এই মাহতে তোৰ কাণত জয়ঢোলৰ মাত পেলাম। শুনিলিনে ? শুন্ শুন্, আকৌ কওঁ...... ( প্ৰস্থান )

হলায়ুধ—বিয়া পাত বা নেপাত—মুখৰ জয়ঢোল নেৰিবি বোপাই, মুখৰ জয়ঢোল নেৰিবি। ( প্ৰস্থান )

## চতুর্থ দৃশ্য

পর্ব্বতৰ নামনি। ওচৰ-কাষৰৰ গছপাত বিলাকত হোমৰ ধোঁৱা লগাৰ চিন ফট্‌ফটীয়াকৈ জিলিকি আছে। শম্বুক নামৰ এজন শূদ্র তপস্বীয়ে আগত অগ্নি স্থাপন কৰি তপস্যা আচৰি আছে। মাজে মাজে হাবিৰপৰা বনৰীয়া চৰাইৰ মাত শুনা হৈছে আৰু কেতিয়াবা গছৰ ডালত বান্দৰৰ পাল দেখা গৈছে।

শম্বুক—ওঁ বাঙ্‌মে মনসি প্রতিষ্ঠিতা,
মনো মে বাচি প্রতিষ্ঠিতম্
ওঁ আবিৰাবিৰ্মএধী......।

( এনেতে বিষণ্ণ মনেৰে বৈভৱ আৰু শ্রীৰামচন্দ্ৰৰ প্রবেশ )
( কঠোৰ তপস্বী শম্বুকক দেখি পৰস্পৰে চকুৱে চকুৱে চাই স্তম্ভক মাৰি ৰ'ল আৰু পাচত দুয়ো ধোঁৱা লগা গছৰ পাতবিলাক চাবলৈ ধৰিলে )

বৈভৱ—চোৱা ৰঘুমণি,
নৃপশ্ৰেষ্ঠ অযোধ্যা-শাসক,
নলজিলে এনে দৰে
ধৰ্ম্ম বৰ্ণাশ্ৰম,
সত্য-পৰবৰ্ত্তী ত্ৰেতা, পবিত্র যুগত
কিয় ব্রাহ্মণৰ পুত্ৰ
অকালতে মৰিব ইদৰে।

প্রভু, প্রভু,
পুনর্ব্বাৰ কৰো অঙ্গীকাৰ
নিদিয়া জীৱন যদি
সন্তানক মোৰ
তোমাৰ কুযশ ঘুষি ভাৰত ভূমিত
পিতা মাতা দুয়ো আমি
জীৱন আহুতি দিম
ৰাজ দুৱাৰত।

ৰামচন্দ্ৰ—স্থিৰ হোৱা বিপ্ৰদেৱ।
এই শৈৱসব পাৰ্ব্বত্য ভূমিত
প্ৰবেশিছো ৰাজ্য এৰি
অনুসন্ধানৰ হেতু
তাৰেই কাৰণ।
(শম্বুকৰ ওচৰ চাপি)
কোন তুমি তপোধন ?

বৈভৱ—( সুৰতে সুৰ মিলাই )
মেলা চকু;
দিয়া পৰিচয়
সুধিছেহি নিজে আহি
অযোধ্যাপতিয়ে।

শম্বুক—( লাহে লাহে চকু মেলি )
অযোধ্যা-পালক !!
আহা হা !!
কি আজি সৌভাগ্য দাসৰ !!

ৰাম—কোন তুমি তপোধন ?

শম্বুক—প্ৰভু, অযোধ্যা-ৰঞ্জন,
শূদ্ৰ মই, নামত শম্বুক।

ৰাম—শূদ্ৰ তুমি ?
জানানে শম্বুক,
বেদ-পাঠ তপস্যা আদিত
নাই অধিকাৰ অদ্বিজৰ ?
শূদ্ৰ হৈ—
বৰ্ণ-ধৰ্ম্ম উলঙ্ঘাৰ হেতু,
অকাল মৃত্যুৱে "আহি
গ্ৰাসিলেহি ব্ৰাহ্মণ শিশুক।

শম্বুক—প্ৰভু,
তোমাৰ বিশাল এই
অযোধ্যা ৰাজ্যত
এটি মাত্ৰ শূদ্ৰে আজি
আপোন কুশল হেতু
তপস্যা আচৰা বাবে
অকাল মৃত্যুৱে যদি
গ্ৰাসে আহি ব্ৰাহ্মণ শিশুক,
কিয় তেন্তে
শত শত ব্ৰাহ্মণৰ উপৰ প্ৰভাৱে
পৰা নাই দিব জীৱ দান ?

বৈভৱ—শুনা অভিমানী,
তেনেদৰে জীৱদান দিলে
দ্বিজাতিৰ সেৱা এৰি
শূদ্র হ'ব নিতে স্বেচ্ছাচাৰী
হ'ব ৰাজ্য
অতিবৃষ্টি, অনাবৃষ্টি,
অশান্তিৰ উৎকট আকৰ।
শম্বুক—পশুত্ব, নৰত্ব এৰি প্ৰজাকুলে দেৱত্ব লভিলে
ৰাজ্য যদি অধঃপাতে যায়
তেনেহলে বিপ্ৰবৰ,
ৰাজ্য কিয়—অধঃপাতে যক বসুন্ধৰা।
ৰাম—শূদ্র তপোধন,
নাই কাল অন্য বিচাৰৰ।
এই ব্ৰাহ্মণৰ সন্তানক
প্ৰাণ দান দিবৰ কাৰণে
মৃত্যু দণ্ড বিহিলো তোমাৰ।
কৰা ইষ্ট আৱাহন,
হোৱা স্থিৰ মৃত্যুৰ কাৰণে।
শম্বুক—প্ৰভু, অযোধ্যাবল্লভ,
পুৰুষ প্ৰবৰ মহাজন,
ব্ৰাহ্মণ সন্তান কিয়?
কদাচাৰী চণ্ডালৰ সন্তানেও যদি

লভে প্ৰাণ শূদ্ৰৰ মৃত্যুত
কৰাঁ আশীৰ্ব্বাদ
জন্মে জন্মে শূদ্ৰ দেহ ধৰি
লভো যেন জন্ম ভাৰতত।

কিন্তু প্ৰভু,
তোমাৰ অসিয়ে
স্কন্ধচ্ছেদ কৰাৰ পূৰ্ব্বতে
কৈ যাওঁ উৰ্দ্ধবাহু হৈ
নিষ্ঠুৰ আৰ্য্যৰ বিধানত
যি শূদ্ৰক হেয় ভাবি
কৰিলাহি শিৰচ্ছেদ আজি
সেই শূদ্ৰ কুলতেই
তুমি দাশৰথি হেন
বেদাধ্যায়ী, তপোনিষ্ঠ
জন্মি—মহা পুৰুষ অনেক
দেখুৱাব জগতক
চিৰসত্য, সনাতন ধৰ্ম্ম সমুজ্জ্বল।

ৰাম—(খড়্গ হাতত লৈ)
লোৱাঁ ইষ্ট নাম।

শম্বুক—ইষ্ট নাম॥
তুমি প্ৰভু পুৰুষ মহান্

বিষ্ণু অৱতাৰ নিজে
নয়ন ৰঞ্জন ৰূপে
বিৰাজোতে অভিৰাম বেশে
আৰু ইষ্ট নাম কিয়
লাগে শম্বুকক ?
( ভিতৰলৈ চাই : দীনদাস।

( দীনদাসৰ প্ৰবেশ )

দীন—পিতা,
হ'ল নে কি তপস্যাৰ শেষ ?

শম্বুক—যি ফলৰ আশা কৰি
আচৰিলো তপস্যা কঠোৰ
ততোধিক ফল লাভ
ঘটিছে ভাগ্যত।
শুন বাছা,
এই পুণ্য তনু ব্ৰাহ্মণৰ
মৃত সন্তানক, সঞ্জীবিত কৰিবৰ হেতু
ৰঘুপতি, বাৰণাৰি, প্ৰভু ৰামে আহি
প্ৰাণ-দান বিচাৰিছে মোৰ।

দীন—প্ৰাণ দান !!

শম্বুক—হয়, প্ৰাণ দান।

দীন—প্ৰাণ দান !!

শম্বুক—হয়, বাছা।

দীন—প্ৰাণ দান !!

শম্বুক—হয়, হয়, বাছা মোৰ, প্ৰাণ দান ।

দীন—তুমিয়েনে ৰঘুপতি,

ৰামৰাজ্য প্ৰতিষ্ঠাতা

অযোধ্যা পালক ?

( বৈষ্ণৱক ) তুমিয়েনে

জগতৰ হিতকামী

ব্ৰহ্মজ্ঞ ব্ৰাহ্মণ ?

প্ৰাণ দান !! প্ৰাণ দান !!

কোৱা ( ৰামৰ কাষ চাপি ) ৰঘুমণি

ই বা কেনে প্ৰাণ দান ?

ই বা কেনে ঘৃণ্য সাম্যবাদ ?

শম্বুক—দীনদাস, দীনদাস

( হাতত ধৰি ওচৰ চপাই লৈ )

পিতৃ সত্য পালনৰ হেতু

ক্ষত্ৰিয় সন্তান, এই সীতানাথে

ৰাজ্যৰ মমতা এৰি

পূৰ্ণ চতুৰ্দ্দশ বৰ্ষ কটাই বনত

পুত্ৰৰ আদৰ্শ থ'লে মহান্ সুন্দৰ ;

তুমি আজি পুত্ৰ হৈ

এই হীন শূদ্ৰ শম্বুকৰ

নথবানে আহি তভোধিক ?

মোৰ ইচ্ছা, কৰা স্থান ত্যাগ।

দীন—পিতা! ( ক'ব খোজে )

শম্বুক—মোৰ বাঞ্ছা...... ।

দীন—পিতা ( ক'ব খোজে )

শম্বুক—মোৰ অনুৰোধ।

দীন—পিতা ( ক'ব খোজে )

শম্বুক—মোৰ শেষাদেশ,
কৰা স্থান ত্যাগ।

দীন—( কবলৈ প্ৰয়াস কৰে )

শম্বুক—স্থান ত্যাগ।

দীন—( আকৌ ক'ব খোজে )

শম্বুক—স্থান ত্যাগ।

( দীনদাস পাচ হুঁহকিবলৈ ধৰে )

পিতাৰাৰ শেষ বাক্য, স্থান ত্যাগ।

( দীনদাস আৰু হুঁহকিল। শম্বুকে আনন্দ প্ৰকাশ কৰিলে )

ধন্য পুত্ৰ মোৰ,—পিতাৰাৰ
লোৱাঁ আশীৰ্ব্বাদ। স্থান ত্যাগ।

( দীনদাস অনিচ্ছাৰে আঁতৰি গ'ল ).

প্ৰভু, ( দূৰলৈ চাই )
জানো বা বিলম্ব হ'লে
কাৰ্য্য হানি ঘটিব তোমাৰ।

( আঠুকাঢ়ি )

দিলোঁ, এই নশ্বৰ শৰীৰৰ জীৱ
ৰঘুমণি ৰামৰ পদত।
ওঁ অসতো মা সদ্গময়,
ওঁ মৃত্যুৰ্মা অমৃতং গময়।

( শম্বুকে তলমূৰে আত্ম সমৰ্পণ কৰে ৰামচন্দ্ৰে খড়্গ তোলে )

বৈভৱ—ধন্য ধন্য, ৰঘুপতি ৰাম।

---

( দ্ৰষ্টব্য :—এই দৃশ্যত বৈভৱৰ কোলাত এটি মৃতসন্তান দেখুৱাব পাৰে )

---

# দ্বিতীয় অঙ্ক

## প্ৰথম দৃশ্য

মন্ত্ৰণাকক্ষ

( আঁতৰৰ পৰা কোনো সময়ত এটি করুণ সুৰীয়া
বীণাৰ ৰাগ ভাহি আহে। )

ৰামচন্দ্ৰ আৰু দুৰ্ম্মুখ

ৰাম—ভদ্ৰ, কৈ যোৱাঁ
হঠাতে ঠমকি ৰ'লা কিয় ?

দুৰ্ম্মুখ—প্ৰভু,
অসহন হ'ব জানো
অধীনৰ মুখৰ বাতৰি—
সেই আশঙ্কাত

কণ্ঠ বুলি ভাবোতেই
হিয়া মোৰ বাজিছে সঘনে।

ৰাম— অসহন !

কি ক'লা সুভদ্ৰ,
অসহন ?
অশুভ সংবাদ কিয়,
হিমাদ্ৰিৰ হিমে শীতলোৱা
গুৰুভাৰ পাষাণকো আনি
কোনোবা দৈত্যই আহি
যদি মোৰ থাপেহি শিৰত
তাতো ৰাম নহয় কাতৰ।
সহিব পাৰিলে ৰামে
বিমাতাৰ কঠোৰ আদেশ,
পিতাৰ অকাল মৃত্যু,
সীতাৰ বিচ্ছেদ ব্যথা,
শক্তিশেল প্ৰিয় লক্ষ্মণৰ ;
সহি সহি সহনেৰে
শিলাময় কৰিলে হৃদয়।
ভাবিছানে —
ৰাজ্যৰ সামান্য এটি দুখ সংবাদত
নিষ্পেষিত হ'ব ৰাম
পাষাণে পেষিত কৰা

কুসুমৰ দৰে ?
কোৱাঁ, কোৱাঁ, কি শুনি আহিলা ?

দুৰ্ম্মুখ—আত্মযোগী, ধৰ্ম্মৰ পালক,
নিৰ্ভীকতা ৰূপে
বৰ্ত্তা যেন ক্ষন্তেক সময়
বায়ু-বিকম্পিত মোৰ
হৃদয়ৰ চঞ্চল দলত।

ৰাম—কোৱাঁ প্ৰিয়মুখ।

দুৰ্ম্মুখ—প্ৰভু,
সুখময় অযোধ্যাত,
ফুৰোতে আপোন বেশ
সংগোপন কৰি—
শুনিলো প্ৰজাৰ মুখে
সতীত্বৰ শুদ্ধ মূৰ্ত্তি
মাতৃ জা—ন—

ৰাম—জানকীৰ ?

দুৰ্ম্মুখ—হয় প্ৰভু
মাতৃৰ নামত
কলঙ্কৰ কুৎসিৎ প্ৰয়োগ।

ৰাম—ভদ্ৰ, কবোতে ৰটনা,
সজ্ঞান-সজাগ হৈ—
আছিল নে দোষগ্ৰাহী
নিন্দুকৰ দল ?

ভদ্ৰ—আছিল ৰাজন্।

ৰাম—( মনৰ উদ্বেগ ঢাকিবলৈ চেষ্টা কৰি )

নহয়, নহয়
বুজা নাই তুমি মোৰ
( ভিতৰৰ ফালে যন্ত্ৰৰ সুৰলৈ কাণ দি )
আঃ ৰাগিণীনে বিকৰ্ষনা !!
( ভদ্ৰক ) নহয় নহয় ভদ্ৰ,
কিজানি তেতিয়া……

দুৰ্ম্মুখ—চকুত আছিল
তেজোময় দীপ্তি স্বাভাৱিক,
মুখত আছিল হাঁহি
সুস্থ শৰীৰৰ নিদৰ্শন……

ৰাম—ৰ'বা।
বিদিত আছেনে সিহঁতৰ
সুৱৰ্ণ লঙ্কাত কৰা
জানকীৰ অনল পৰীক্ষা?

দুৰ্ম্মুখ—আছে প্ৰভু।

ৰাম—ব্ৰহ্মা আদি দেৱতাৰ
নিৰপেক্ষ সাৰগৰ্ভ বাণী?

দুৰ্ম্মুখ—সিও প্ৰভু বিদিত সবাৰ।

ৰাম—'বিদিত সবাৰ,' 'বিদিত সবাৰ'।

ভদ্ৰ,
হ'ব পাৰে উপহাস বাণী।

দুৰ্ম্মুখ—কাৰ এনে
অদ্ভুত সাহস প্ৰভু,
অযোধ্যা নাথৰ ভাৰ্য্যা,
জানকীৰ পৱিত্ৰ নামত
উপহাস কৰে অগোপনে?

ৰাম—সত্য কথা।
প্ৰাণ সম প্ৰিয় মোৰ
প্ৰজা অযোধ্যাৰ;
কিয় উচ্চাৰিব
অশোভন উপহাস
বিশেষতঃ—মোৰ মুখ চাই?
ভদ্ৰ, ভদ্ৰ,
অযোধ্যাৰ নৃপতি নে,
জানকীৰ পতি মই?
( ভিতৰলৈ কাণ দি ) আঃ
কাৰ পৰশত বাজে
'বসন্তৰ' বুকু ভাঙ্গি
'ভৈৰৱৰ' ভীম কোলাহল?
ভদ্ৰ ( সংযত যেন হৈ )
জিবোৱাঁ ক্ষন্তেক এই

মন্ত্রণা কক্ষত,
শ্রান্ত তুমি, হয় অনুমান।

দুর্ম্মুখ—মন্ত্রণা কক্ষত !!

রাম—অ'! হয় হয়
মন্ত্রণা কক্ষত পায় যন্ত্রণা মাথোন;
নাই তাত শান্তিৰ আভাস।
যোৱাঁ, যোৱাঁ ভদ্ৰ,
গোপনে ৰাখিবা এই
প্ৰজাৰ ঘটনা;
ভেদক, ভেদিলে সি, গিৰি নদী বন
অযোধ্যাৰ নগৰ প্ৰান্তৰ,
কিন্তু, নেলাগে ৰাখিব
ৰাজপ্ৰাসাদৰ এই,
অন্তেষপুৰত।
যোৱাঁ, যোৱাঁ

(প্ৰণাম জনাই ভদ্ৰমুখৰ প্ৰস্থান)

হৃদয়, নহ'বি অধীৰ
নিজে ল'ম প্ৰমাণ ইয়াৰ।

(স্তব্ধ হৈ থাকি)

শুনো যেন থাকি থাকি
সমীৰণে চঁকি চঁকি
কয় আহি কাণে কাণে

ৰাম, ৰাম, ৰাম অযোধ্যাৰ,
প্ৰজাৰ অন্তৰ জোৰা
লোৱাঁ শুদ্ধ ভক্তি ধাৰা—
সীতাৰনে তুমি প্ৰভু
পুত্ৰসম স্নেহৰ প্ৰজাৰ ॥”

## দ্বিতীয় দৃশ্য

নৈৰ ঘাট—পাৰত নানা ৰৰণীয়া তিতা কাপোৰ মেলা আছে।

গেৰজাই—( কাপোৰ ধোৱাৰ লগে লগে জাত লগাই লগাই গাইছে )

বগলীৰ বগা পাখি
মেনী ম’হৰ দৈ।
অমুকাৰ হাতে ছুলে
নিকা তাতোকৈ ॥
অ’ পাণেশই, অ’ পানেশই
( ভিতৰলৈ চাই )
ঔ পনক মাক।
( কাপোৰ খচিবলৈ ধৰে )
অ’ পাণেশই, অ পাণেশই
চিপ চিপ চিপাট মণি

ককালতে কৰেধনি
মুখত তোৰ মইনা সুৰৰ
অৰ্মিতৰ নৈ ॥
( ভিতৰলৈ চাই )
ঐ পনক মাক !!

গেৰজাই—ক'লৈ গৈছিলি ঐ অথনিৰেপৰা ? চিঞৰত কাপোৰ খচা পাটেও ফাট মেলিলে ।

পঃ মাক—কিয় মই আজি ৰাতিপুৱা তোমাক কোৱা নাই ?

গেৰজাই—কি ?

পঃ মাক—আজি ৰজাৰ ঘৰত পঞ্চাৰ্মিত্ খোৱা নহয় জানো ? তাকে চাবলৈ গৈছিলো ।

গেৰজাই—বাৰু পনকমাক, তয়ো থাকিলে নাই এতেলেক্ মান ?

পঃ মাক—( চকুৰে হাঁহি ) মই আকৌ থাম কিয় ?

গেৰজাই—মোলৈ একেৰা ৰাহি হৈ থাকিলহেঁতেন ।

পঃ মাক—তোমাৰ আৰু কথা ।

গেৰজাই—ৰ'বিচোন বাৰু মনত, পৰোতেই তোক কথা একাষাৰ সোধো । ৰাণী গৰাকীক বাৰু চিকুণ দেখিলিনে খীণ দেখিলি ?

পঃ মাক—আমি আৰু আঁতৰৰ পৰা দেখাহে ।

গেৰজাই—তেও বুলি কেনে দেখি আহিলি ?

পঃ মাক—আগৰ নিচিনাই ।

গেৰজাই—এফেৰিমান ক'লাও পৰা নাইনে ?

পঃ মাক—নাই পৰা।

গেৰজাই—পৰিল পৰিল, মন হে কৰা নাই তই।

পঃ মাক—কি হৈছে হেঁ ক'লা পৰিবলৈ ?

গেৰজাই—হেৰ' তেওঁৰ ভাইগত ৰামৰ নিচিনা এজন গিৰিহঁত আছিল শুণেহে আকৌ এই ৰাইজত চাউল খাবলৈ পালেহি। আনৰ কথা নকৰেঁই—বুঢ়া ৰজা থাকিবলৈ হোৱাহেতেন—তেওঁ সেই লঙ্কাপুৰীতে হাড় পেলাব লাগিল-হেতেন।

পঃ মাক—তুমিও আক ভাল ঘিউত কাঁইট বাছিব জানা দেও।

গেৰজাই—হেৰ' ,মযে অকলে বছা নাই ঘিউত কাঁইট, বুইছ ? দহজন একেলগ হলেই—এই কথা বি-বি ৰা-ৰা।

পঃ মাক—বলৱন্তই বল কৰি হাতত ধৰিলেই মানুহগৰাকী বেয়া হ'ব পাৰে ? এনে কথা সমাজিকতো ক'ব নেপায় দেও।

গেৰজাই—তই বুজা নাই পনক মাক, তই বুজা নাই। যাক দহজনে মাইন্ কৰে তেওঁ অলপ গা চাই ফুৰিব লাগে। এইগৰাকী ৰাণী ত্যাতে এৰি দি তেওঁ জানো আন এগৰাকী বিয়া কৰাবলৈ নেপালেহেঁতেন ? আমাৰ নিচিনা জানো, তেওঁবিলাক ? বুঢ়াৰজাৰ জানো সাত শ তিনিগৰাকী তিৰোতা নাছিল ?

পঃ মাক—তোমালোক মতাবোৰ বৰ কাঠচিতীয়া হেঁ ?

গেৰজাই—কিয় পনক মাক ?

পঃ মাক—চোৰাঁচোন ৰজাৰ কথাটোহে ভাবিলাহঁক ; ৰাণী-

গৰাকীৰ অন্তাটো কি হ'লহেতেন ভাবিলানে ? মই মৰিলে চাগৈ তুমি তিলনি দহাকে পাৰ নকৰিবা।

গেৰজাই—তেৰ' ময়ে জানো কৈছো এতিয়া ?

পঃ মাক—লগত তেও উজান দিছাহে। আজিহে চিনিলো তোমাৰ চিত্ত।

গেৰজাই—( কুহুলিয়াই ) পনক মাক।

পঃ মাক—( মুখ ঘূৰাই ) পনক মাক মৰিল।

গেৰজাই—( মুখৰফালে গৈ ) পনক মাক।

পঃ মাক—( মুখ ঘূৰাই ) মৰিল।

গেৰজাই—( মুখৰফালে গৈ ) পনক মাক।

পঃ মাক—(আকৌ সেইদৰে) কৈছো পনক মাকে মৰিচ খালে।

গেৰজাই—মোক এৰি পনক মাকে গোট মৰিচটো অকলে নেখায়। পনক মাক, একামোৰ মোকো দে।

পঃ মাক—যমৰ ঘৰলৈ আহিলো। ( ভাও জুৰি শুচি যায় )

গেৰজাই—যম দুৱাৰৰ বাটত কুকুৰ আছে ঐ পনক মাক। এই বহুতীয়াটোকো ( আঁচলত ) লগতে লৈ থ।

( প্ৰস্থান )

( বিপৰীত ফালৰ পৰা ৰামচন্দ্ৰৰ প্ৰবেশ )

ৰাম—ভাগিল সন্দেহ,

শুনিলো আপোন কাণে

ৰজকেও কলঙ্ক ৰটিছে।

ৰামচন্দ্ৰ নাম হ'ল নিন্দাৰ বিষয়।

লঙ্কাৰ নিশ্বাস পৰি
জানকীৰ চৰিত্ৰ দৰ্পণ
ম্লান হ'ল
হিমে ঢকা চন্দ্ৰিকাৰ দৰে।
অযোধ্যাৰ বেণু বনে বনে
বিচাৰি বেণুৰ ৰন্ধ্ৰ
বিদ্ৰূপৰ তালে মানে
গায় সমীৰণে
'ছিঃ ছিঃ অনৰ্ঘ ৰাঘৱ'।
ৰাজভোগ, সুখ, শান্তি
বিলাসিতা, প্ৰিয়-পৰিজন
সকলোকে তৃণবৎ ভাবি
যি সতীত্ব ৰাখিলে সতীয়ে,
দেখুৱালে জগতক আদৰ্শ মহান
তাৰ ফলে
কলঙ্ক-গঞ্জনা।

( কঞ্চুকীৰ প্ৰবেশ )

কঞ্চুকী—মহাৰাজ,
চাপিল ধেনুৰ পাল
শান্ত দেহে, তুলি পদধূলি ;
সুনীল আকাশ জুৰি
বিহগ বিহগী গ'ল

বচি ধাৰে ধাৰে দিব্যমালা ;
ভৰা বহা আঁচলেৰে,
মলয়াৰ বিচনীৰে,
চলাই চৰণ ধীৰে,
সন্ধ্যা দেৱী চাপিল সমীপ ;
দূৰ-দূৰণিৰ মন্দিৰে মন্দিৰে
ডবা-শঙ্খ-ঘণ্টা বাজি
আৰতিৰ সূচালে সময় ।

ৰাম—উত্তম ! কঞ্চুকী,
যোৱা, প্ৰস্তুত কৰোৱা ৰথ ।

কঞ্চুকী—যিবা আজ্ঞা প্ৰভু ।

ৰাম—সতীত্ব একালে আজি
জনশক্তি আনফালে তাৰ ।
ব্ৰাহ্মণৰ বিদ্যাবল,
ক্ষত্ৰিয়ৰ বাহুবল,
বৈশ্যৰ বাণিজ্য কৃষি,
পৰিচৰ্য্যা চতুৰ্থ বৰ্ণৰ—
চাৰি শক্তি মিলি
পৰিপূৰ্ণ অযোধ্যা বিশাল
আজি যেন সেই অযোধ্যাৰে—
নাচিছে তাণ্ডৱ নৃত্য,
বাহু মেলি মেলি

গ্ৰাসিব খুজিছে,
জানকীৰ ক্ষীণ দেহা এটি।
অযোধ্যা, অযোধ্যা
জন্মভূমি, পুণ্য দেশ মোৰ
কোৱাঁ, কি বিচাৰিছা
ৰামৰ জীৱন ?
নিয়াঁ, নিয়াঁ, নিয়াঁ,
সাম্রাজ্য ৰামৰ ?
নিয়াঁ, নিয়াঁ, নিয়াঁ,
কিন্তু কিয় খোজা
সন্ধিয়াৰ তৰা যেন,
জোনৰ জেউতি তুল্য,
প্ৰভাতৰ অৰুণ সদৃশ
সতী মোৰ, জনক-কন্যাক ?

( প্ৰস্থান )

## তৃতীয় দৃশ্য

### শয়ন-কক্ষ

[ সীতা শয্যাত কাতি হৈ আছে ; হাতৰ বীণাখন এদতীয়াকৈ থৈ উৰ্ম্মিলা কথাত লাগিছে ]

উৰ্ম্মিলা—কোৱাঁ বাইদেউ,
তাৰ পাচত কি দেখিলা

চঁপাৰ পৰাগ সনা
তোমাৰ মধুৰ সেই সপোন পুৰীত।
সীতা—শৰীৰ শিহৰে ভনী
নয়নৰ লোতক নিজৰে
আনন্দৰ উথলে হিল্লোল
পাৰিলে মনত মোৰ
সপোনপুৰীৰ সেই
পশ্চিম দিশত
বিজুলীৰ একা-বেকা লাজুকী নাচোন।
সেই আকাশৰে
পূবত আকৌ
সাত বৰণীয়া উজ্জ্বল সাজৰ
ৰামধনু ভ্রূরধাৰী
মদনৰ কটাক্ষ দৰ্শন।
দুয়োৰো মাজতে যেন
বুঢ়ী জোনাবায়ে
মড়লৰ ম'ৰা পিৰা পাৰি
বহিছে মিছিকি হাঁহি
পুত্ৰৰে বধূৰে শুনি পবিত্র আলাপ।
উৰ্ম্মিলা—আৰম্ভতে বিবৰণে
ঢালিছে মাধুৰী।
তাৰ পাছে ?

সীতা—এনেছে, এনেছে ভনী,
আশ্ৰমৰ মুনিকন্যাসৱে
যেন মোক আদৰি সাদৰি
শিৰত দিছেহি ফুল
ৰাশি ৰাশি শেৱালি-নেৱালি ;
কণ্ঠত দিছেহি মালা
আকাশী লতাৰে সিয়া
চন্দনৰ তলসৰা
মালতী কলিৰে।
নোৱাৰো বুজাব উৰ্ম্মি,
সেই সপোনৰ
আগ নাই গুৰি থকা,
ডাল নাই ফুল লগা,
সোণাময় ছবি সৌন্দৰ্য্যৰ।
উৰ্ম্মি—শুভ হওক, স্বপ্ন বাইদেউ।
ক'লানে প্ৰথমে গাক
অযোধ্যানাথক ?
সীতা— কোৱা হ'ল ভনী।
সঁচা উৰ্ম্মি,
সেই স্বপ্ন দেখিবৰে পৰা
চকুত উপচি থকা সৌন্দৰ্য্যৰ ৰেণু
পখালি পানীৰে যেন

মচি আচলেৰে
পৰা নাই গুচাব তিলেকো
উৰ্ম্মি—বুজিছো কথাতে।
অতীতৰ পুণ্য স্মৃতিচয়ে
ভুমুকি মাৰিছে আহি
মাজে মাজে অন্তৰ বাজ্যত।
বাইদেউ,
সাৰ্থক কৰিলা তুমি ৰমণী জনম।
চতুৰ্দ্দশ সুদীৰ্ঘ বছৰ
বনে বনে ঘূৰি ঘূৰি
বনবাসী দৰে—
কত শুনা
শ্যামাৰুণ তৰু পল্লৱৰ
মৃদু আঁচলত;
কমলৰ অমল বদন,
কুমুদৰ চঞ্চল নয়ন,
দুয়োকো আগতে লৈ
উষায়-সন্ধ্যায় কত
কৰিলা আলাপ?
কত বসন্তৰ সুৰভি পৱন,
কত শৰতৰ নিৰ্ম্মল গগন,
কত হেমন্তৰ হেম আভৰণ

আঁকোৱালি কৰিলা ধেমালি ?
পিঞ্জৰৰ পখী আমি,
সি সুখৰ ধাৰণাও নহয় সম্ভৱ।
সীতা—বনৱাসে বনবাস নহয় ভনীটি ।
বিলাসী ঘৰতো আছে
শত বনবাসী ;
নিৰ্জ্জন নিবিড় বন-বনানিতো আছে
ধেমালিৰ শতেক সঙ্গিনী।
উৰ্ম্মিলা—অ' বাইদেউ,
বনবাস বোলোতে হঠাতে
কথা এটি পৰিছে মনত।
সীতা—কি, উৰ্ম্মি ?
উৰ্ম্মিলা—যিমানে মুখেৰে কৈ
বুজালা সিদিনা
ৰাৱণৰ ভীম মূৰ্ত্তিৰ
নোৱাৰিলো কৰিব ধাৰণা।
সীতা—পশুৰ কামান্ধ দৃষ্টি
বিৰিঙ্গা চকুৰে
আছিল দহোটা শিৰ
এখন কান্ধত,
বাম-দক্ষিণৰ দুবাহুত
হিংসাৰ শোণিতে ভৰা

আছিল কুৰিটা হাত—
যমদণ্ডহেন শক্তিমান ;
আৰু কিনো বিশেষত্ব ভনী ?

উৰ্ম্মি— নহয়, নহয় বাইদেউ,
বৰ মন যায় মোৰ
বীৰত্ব-পশুত্ব মিহলাই
বিধতাই গঢ়া সেই
ভীষণ মূৰ্ত্তিৰ
প্ৰতিকৃতি এটি চাবলই।

সীতা— কি ফল ফলিব ভনী,
তেনে পট আগত ৰাখিলে ?
পুণ্যতনু সকলৰ
প্ৰতিকৃতি দৃষ্টিত থাকিলে
হয় নিতে পুণ্য অভ্যুদয় ;
কিন্তু তাৰ বিপৰীতে
কুফলৰ পূৰ্ণ সম্ভাৱনা।

উৰ্ম্মি—নাই ভয় বাইদেউ,
প্ৰতিকৃতি দেখি তাৰ
স্তুৰিম কামান্ধৰ শেষ পৰিণাম।
ৰ'বা বাইদেউ,
আনো সাঁচীপাতে লেখনীয়ে

( ভিতৰলৈ গ'ল )

সীতা—সেই মুখ, সেই দৃষ্টি
সেই দেহা-দহা লম্পটতা,
অশোক বনৰ সেই
শোকসনা নগ্ন বীভৎসতা
ভাবিলেও তনু মোৰ
হয় কণ্টকিত।

( উৰ্ম্মিলাৰ সাঁচীপাত, লেখনী, ৰং-বৰন লৈ প্ৰবেশ )

উৰ্ম্মি—নেমানিবা আমনি মনত।
স্থুল-মূল দুই এটি
ৰেখাৰ যোগেদি
ৰাৱণৰ চিত্ৰ এটি মাথোঁ।

( পাত, লেখনী হাতত গুজি দিয়ে )

সীতা—ভনীটিৰ অনুৰোধ
উপেক্ষা কৰিম কোন মতে ?
কিন্তু উৰ্ম্মি,
মোৰো আছে
নাম মাত্ৰ এটি অনুৰোধ।

উৰ্ম্মি—অনুৰোধ !!
কোৱাঁ 'আজ্ঞা' বুলি।

সীতা—সীমাবদ্ধ শব্দৰ ভঁড়াল মোৰ।
যেনে বুলি ল'ব খোজা, লোৱাঁ।
শুনা,

চিত্র সমাপন কৰো মানে
দেহৰ ভাগৰ মচা
হিয়া শীতলোৱা,
( লেখনীৰে গালত টুকুৰিয়াই )
এটি,— পুণ্য গীত।
( সীতাই ছবি আঁকিবলৈ ধৰে, উৰ্ম্মিলাই গীত গায় )

## গীত

( মই ) আপুনি লেখনী, ধৰি আপোনাৰ
কপালৰ লেখা লেখিছো।
হিমে শীতলোৱা, মেঘৰ মাজেদি
জোনৰ জেউতি দেখিছো॥

( গীতৰ মাজতে ৰামচন্দ্ৰ কক্ষলৈ নামি আহি উৰ্ম্মিলাক দেখি উভতি গুচি গ'ল )

নেপথ্যে সুমিত্ৰা—উৰ্ম্মি!

উৰ্ম্মিলা—( কাণ দি ) আই।
বাইদেউ,
থ'বা বাক শেষ হ'লে
তোমাৰ হাততে পটখনি।
( উঠি ) উঃ ভাল নিশা হ'ল।

সীতা— যোৱাঁ বাক ভনী।
( ছবিখন চাই প্ৰস্থান )

বাকী আছে দুই-এটি ৰেখ।
থক আজি শিতানতে
কালি পুৱা শেষ কৰি
দিম উৰ্ম্মিলাক।

( ছবি থৈ শয্যাত পৰি )

স্বামী গুৰু মোৰ।

( এনেতে ভিতৰৰ পৰা মহা বীণাৰ স্বৰ শুনা যায় )

( ওপৰ মহলৰ পৰা ৰামচন্দ্ৰ লাহে নামি আহে )

ৰামচন্দ্ৰ—নিদ্ৰিতা মৈথিলী।
নয়নৰ কোণে কোণে
পতায়-মণিয়ে
পৰশায় নিদ্ৰা দেবী
বুলনি কোমল।

( ছবিখন চকুত পৰাত )

ই কি।
কাৰ প্ৰতিকৃতি আঁকি
আলে-ফুলে থ'লে শিতানত ?

( লাহেকৈ ছবিখন আনি চাই )

সেই দুৰ্ব্বত্তৰ পট,
যাৰ নাৰকীয় আচৰণে
জানকীৰ সুখ-ৰবি
ঢাকিলে একাল।

তথাপিও সেই বাৱণবে…( ঠমকি )
নহয় নহয়,
লেখা আছে পটৰ কোণত,
'ভনীটিৰ অনুৰোধ ৰাখি।'
( ছবি থৈ সীতালৈ চাই )
শোৱাঁ শোৱাঁ
শ্রীৰামৰ দুখ-সহচৰী,
সুখৰ সঙ্গিনী, বিনোদিনী,
কমলৰ অমল দুপাহি মুদি
শুই লোৱা অযোধ্যাৰ কণ্টক শয্যাত ঃ
( মুখলৈ চাই চাই )
এই মুখ, এই অতসী কুসুম যেন
কাঞ্চন বৰণ,
সেন্দুৰ বিবিজা এই
দুখনি গালত
ঘামি ঘামি জিলিকিছে
মুকুতা অশ্রুৰ।
( মুখ মচি দিয়ে )

সীতা—স্বামী গুৰু মোৰ !!
কোন ?

ৰাম—ক্ষমা কৰাঁ প্রিয়ে,
ৰাৱণাৰি, অযোধ্যাৰঞ্জন।

সীতা—ক্ষমা অপৰাধ প্ৰভু।
হঠাতে তন্দ্ৰাই আহি
বহিলে নয়ন।
ৰাম—তোমাৰ নহয় প্ৰিয়ে,
অপৰাধ মোৰ।
অন্তঃসত্বা অৱস্থাত
নিশা জাগৰণ
হিতকৰ নহয় নাৰীৰ।
শুনা প্ৰিয়ে,
তথাপিতো এই অপৰাধ
আচৰিলোঁ। কিয় ইচ্ছা কৰি :
সীতা—কোৱাঁ নাথ।
ৰাম—ৰাজ বৈদ্যে কয়,
গৰ্ভাৱতী অৱস্থাত
থাকে যদি জননীৰ
অপূৰ্ণ বাসনা
তাৰ ফল অমঙ্গল
ভবিষ্যত পুত্ৰ-কন্যালৈ।
সীতা—( লাজত তললমূৰ কৰে )
ৰাম—সেইদেখি প্ৰিয়ে,
সিদিনা তোমাৰ মুখে শুনা
সপোন স্মৰঁৰি

পঠিয়াব খুজিছো তোমাক
কালিলৈ প্ৰভাতে
বাল্মীকিৰ পুণ্যাশ্ৰমলৈ !
তোমাৰ সম্মতি পালে
পুণ্য-তনু, পুত্ৰ তুল্য
দেৱৰ তোমাৰ
সঙ্গী হ'ব ই শুভ যাত্ৰাত ।

সীতা—করুণা দাসীৰ প্ৰতি ।
কিন্তু ইমান তুৰন্তে ?

ৰাম—( স্বগতঃ )
ইমান তুৰন্তে দেৱী
তুৰন্তে ইমান ।
কি বুজিবা অবলা ৰমণী ?
কল্পতৰু বৃক্ষে আজি
প্ৰতি পাতে, প্ৰতি ফুলে
তীব্ৰ হলাহল সানি,
কৰিছে কপট ছাঁয়া দান ।

সীতা—কি ভাবিছা নাথ ?

ৰাম—প্ৰিয়ে,
বৈৰী হৈয়ো
মহামতি ৰাৱণে শিকালে
অনেকৰ বিনয়ন

শুভ কাৰ্য্য বহু নষ্ট হয়।
সেই গুণে
কৰি আয়োজন,
বিচাৰিছো সম্মতি তোমাৰ ।
সীতা—প্ৰভুৰ ইচ্ছাৰ বিপৰীতে
নসম্ভৱে ইচ্ছা বৈদেহীৰ।
ৰাম—উত্তম,
পথৰ সম্বল ৰূপে
প্ৰয়োজন হ'লে কিবা
জানিবৰ কৰো অভিলাষ।
সীতা—বিশেষ সম্বল প্ৰভু,
কি লাগে দাসীক ?
মুনি কন্যা সকলক
উপহাৰ দিবৰ কাৰণে
নিব খোজো মণি-মুক্তা
অলঙ্কাৰ আভৰণ কিছু।
ৰাম—উত্তম উত্তম, প্ৰিয়ে,
কৰি থ'ম তাৰো আয়োজন।
( স্বগতঃ ) দৈৱ মোৰ
বিধিলিপি মোৰ,
পোৱা হ'লে আগতে ইঙ্গিত তোৰ—
নকৰো নকৰো দম্ভ

মহেন্দ্রৰ অমৰাৱতী জিনা
ৰাৱণৰ স্বর্ণ লঙ্কাপুৰী,
নকৰো বালীক হত্যা,
তাৰাক বিধবা,
নিদিওঁ হনুক গন্ধমাদনৰ ভাৰ।

সীতা—নাথ,
নাই বাক পুৰাও সুধিম।

ৰাম—সোঁধা দেবী,
সোধা এতিয়াই;
আজি গ'লে কালিলৈ পুৱা
কোনে জানে
কাক দিব সুধা নে গৰল!

সীতা—কিয় নাথ,
কিয় কৰে কল্পনা দুখৰ?
যি অযোধ্যাৰ সুখে
বৈকুণ্ঠ গঞ্জিছে,
ঘৰে ঘৰে বিকশিছে
শান্তি পাৰিজাত,
আবাল-বণিতা-বৃদ্ধে
উচ্চাৰিছে নৃপতিৰ মঙ্গল কামনা
সেই অযোধ্যাই
নবৰবে কেতিয়াও দুখ হলাহল।

ৰাম—( স্বগতঃ ) সতী মোৰ,
সৰল প্ৰতিমা মানৱীৰ,
কি বুজিবা নৰৰ স্বভাৱ,
কি বুজিবা লক্ষণ ৰাজ্যৰ ?
একে আকাশতে
কৃষ্ণ কায় ঘন মেঘ,
প্ৰলয়ৰ তাণ্ডৱ নাচন—
সূৰুযৰ জিলিমিলি,
সুৰলিত ইন্দ্ৰধনু ৰেখা।
সীতা—ই কি প্ৰভু ?
কিবা ভাবি চিত্ত যেন
উৰ্ম্মি সম চঞ্চল তোমাৰ ?
নেলাগে নেলাগে নাথ,
সীতা অদৰ্শনে যদি
ব্যথা দিয়ে হৃদয়ত
তিলাৰ্দ্ধ সময়ো—
নেযাওঁ আঁতৰি প্ৰভু
তোমাৰ ৰাতুল পদ-সেৱা পৰিহৰি।
ৰাম—একো ভৰা নাই সতী,
ভাবিছো তোমাৰে মাথো
যাত্ৰাৰ বিধান।
যামিনী নিস্তব্ধা হ'ল

লোৱাঁ দেৱী আশ্রয় নিজাব
আশ্ৰমৰ কথা ভাবি
নকৰিবা শান্তিত ব্যাঘাত।
( যাব খুজি )
প্রিয়ে,
নাই বাক, হ'ব কালিলৈ ।
( স্বগতঃ ) ৰাম, ৰাম,
এয়ে তোৰ ৰাজ-সুখ ;
এই সুখৰেই মৰীচিকা দেখি
ভায়ে ভায়ে বৈৰিতা আচৰে ;
ৰাজ্যে ৰাজ্যে
ঈৰ্ষাঈৰ্ষি তুমুল সংগ্ৰাম।
অযোধ্যা নিষ্ঠুৰ,
উড়াই স্নেহৰ পখী
নিৰ্জ্জীৱ কৰিব খোজ সুবৰ্ণ পিঞ্জৰ ?
( বিষন্ন মুখে প্ৰস্থান )

সীতা—হে বিশ্বপতি,
খাটিছো পদত
ভাৰতৰ ঘৰে ঘৰে
ৰাম হেন পতি দান কৰা।
গৰ্ভস্থিত সন্ততিৰ
মঙ্গলৰ হেতু

ধ্যান যাৰ জাগ্ৰত সদায় ;
একে গৃহবাসী হৈ
ত্ৰয়োদশ বৰ্ষ
থাকোতে বনত,
পিতৃত্বৰ কামনা নকৰি—
তুচ্ছ বুলি দেখুৱালে
সংসাৰী ধৰম,
সিহেন পিতাৰ যদি
এটি এটি সন্তানো জীয়াই
থাকে প্ৰতি ঘৰে ঘৰে
কাৰ সাধ্য ভাৰতবাসীক
নিদি পাৰে জগতত
অগ্ৰণী আসন ?
( শয্যাত কাতি হৈ বহি হুমাণ্ডতেই পট পৰে )

## চতুৰ্থ দৃশ্য

মন্ত্ৰণা কক্ষ।

( লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন তিনিওৰো উৎকণ্ঠিত ভাবে কথা পাতি পাতি প্ৰবেশ )

লক্ষ্মণ—নিস্তব্ধ গহীন নিশা
কাৰো ক'তো নাই জাগৰণ
মাজে মাজে নিয়তীয়ে মাথো

প্ৰকৃতিৰ ভাঙ্গিছে টোপনি।
এনে অকালত
মাতিছে যেতিয়া, দাদা
অযোধ্যা-পতিয়ে
আছে কিবা কাৰণ মহৎ।

ভৰত—ভাবিছো তাকেই
কি হ'ব পাৰে এই
কাৰণ মহৎ।

লক্ষ্মণ—এনে গুৰু প্ৰচণ্ড আদেশ
দাদাৰ মুখত, এই
শুনিলো প্ৰথম।

( ৰামৰ প্ৰবেশ )

তিনিও—নমস্কাৰ ৰঘুপতি, অনুজবৃন্দৰ।

ৰাম—হোৱাঁ আয়ুষ্মান।

লক্ষ্মণ—কিয় দাদা,
ইমান গহীন নিশা
মিলনৰ হ'ল প্ৰয়োজন ?

ৰাম—বাছাহঁত,
ৰাজদণ্ড হাতে যাৰ,
কি আছে ৰজনী তাৰ,
কি আছে দিৱস ?]
কি আছে অকাল তাৰ

কি আছে, বা বাপ?
অন্ধক দেখাই পথ
নিজে দণ্ড পঙ্কেৰে মলিন।
থাওক সি কথা,
কোৱাঁচোন বাছাইঁত
মৰণতকৈয়ো
কি আছে—অতি মাৰাত্মক?

লক্ষ্মণ—অপযশ।

ৰাম—উত্তম উত্তৰ।
কোৱাঁ আক
যি দ্ৰব্য ৰাখিলে হাতত
দেশ জুৰি ৰটে নিন্দা
উচিত হ'বনে তাক
আঁকোৱালি থকা?

ভৰত—তেনে দ্ৰব্য জ্ঞানী জনে
বিষৱৎ কৰিব বৰ্জ্জন।

লক্ষ্মণ—(স্বগতঃ) ই কেনে নীৰস প্ৰশ্ন
শুনো আজি দাদাৰ মুখত?

ৰাম—স্নেহৰ ভৰত,
যথাৰ্থ উত্তৰ দিলা
প্ৰিয় অগ্ৰজক।
তেন্তে ভাইহঁত,

কওঁ শুনা গোপনীয় কথা,
উদ্ঘাটন কৰি মোৰ
মৰ্ম্মভেদী শেল।
( হঠাত নিজে গৈ দুৱাৰৰ কপাট মাৰি থৈ, আগৰ ঠাইত ঠিয় হৈ )
এঁ কি কওঁ বুলিছিলো ?

লক্ষ্মণ—'মৰ্ম্মভেদী শেল'।

ৰাম—( হুমুনিয়া ছাৰি )
ওঁ, বিচলিত নহ'বা কিঞ্চিতো।
তোমালোক তিনি ভাই বিনে
কোনে পাতলাব, কোনে কাঁতৰাব
হতভাগা শ্ৰীৰামৰ দুখ ?

লক্ষ্মণ—কোৱাঁ দাদা,
সেই সমস্যাৰ সমাধান
সম্ভৱে যদিহে
আমি তিনি অনুজৰ পৰা।

ৰাম—আৰু নাই,
আৰু নাই—
সেই সমস্যাৰ সমাধান
কৰোঁতা পুৰুষ
স্বৰ্গত, মৰ্ত্ত্যত নতু বিশ্বব্ৰহ্মাণ্ডত।
শুনা তেনে ভাইহঁত,
নিজ কাণে, মোৰ নিজ কাণে,

তদুপৰি চৰৰ মুখেৰে
শুনিছো ৰাজ্যত,
বতাহে হাঁহিছে,
মেঘে বিদ্ৰূপিছে,
বনৰ বিহগকুলে ৰটনা ৰটিছে—
লঙ্কাপতি ৰাৱণৰ
গৃহাৰুদ্ধা সীতা,
( সৰুকৈ ) কলঙ্কিনী, চৰিত্ৰ-দূষিতা।

লক্ষ্মণ—অসম্ভৱ !!

ৰাম—'অসম্ভৱ' !!

ভাই লক্ষ্মণ,
অসম্ভৱ হ'ব পাৰে আনৰ ৰাজ্যত—
কিন্তু—ৰামৰ ৰাজ্যত,
বিশেষতঃ ৰামৰ ভাগ্যত—
ত্ৰৈলোক্যৰ অসম্ভৱ, সকলো সম্ভৱ।
মাতৃ-সমা বিমাতাৰ
সম্ভৱিল কোপ-দৃষ্টি
ৰামৰ ভাগ্যত ;
অসম্ভৱ স্বৰ্ণ মৃগ
সম্ভৱিল ৰামৰ ভাগ্যত-;
জলধিত পাষাণ ওপঙ্গা
সম্ভৱিল ৰামৰ ভাগ্যত ;

সিমানতো কোৱা
অসম্ভৱ কিবা আছে
ৰঘুবংশী, ৰামচন্দ্ৰলৈ ?
লক্ষ্মণ—'কলঙ্কিনী জনক দুহিতা' !!
উঃ, শুনিলেও হয় মহাপাপ।
ৰাম—লক্ষ্মণ, লক্ষ্মণ,
শুনিবানে আৰু ?
কৰিবানে বিশ্বাস ৰামক ?
কালি ছদ্মবেশে
ফুৰোতে ৰাজ্যত,
শুনিলো আপোন কাণে,
চৰিত্ৰৰ আলোচনা—
ৰজকেও কৰিছে সীতাৰ।
ভৰত—সামান্য ৰজকে কোৱা
কথা পৰিহৰ্বা।
জগতেও যদি কয়
কলঙ্কিনী জনক জীয়াৰী
তথাপিতো সীতা, সতী
জগদ্ধাত্ৰী স্বৰূপা বিশ্বৰ।
ৰাম—ভাই, ভাই
ৰজা হৈ কোটি কোটি
প্ৰজা মণ্ডলীৰ

একে আকাশতে ৰবি-সন্ধ্যা
নোৱাৰে থাকিব একেলগে ।
কোৱাঁ—জানকী নে ৰাম,
কাক বাছ্‌গা কৰাঁ অযোধ্যাত ?
কোৱাঁ—নিৰুত্তৰ কিয় ?
জানকী নে ৰাম ?

ভৰত—শুনা দাদা
ভৰতৰ একান্ত মিনতি……

ৰাম—মিনতি, প্ৰণতি, নতি
নুশুনো একোকে—( ভৰতক চাই )
কোৱাঁ জানকী নে ৰাম ?
( শত্ৰুঘ্নক চাই ) কোৱাঁ জানকী নে ৰাম ?
( কেৱে উত্তৰ নিদিলত লক্ষ্মণক চাই )
ভাই লক্ষ্মণ,
চৌদ্ধ বছৰীয়া জীৰ্ণ শ্ৰীৰামৰ শীৰ্ণ ছাঁয়া
কোৱাঁ, কাক লাগে
সীতা নে ৰামক ?

লক্ষ্মণ—প্ৰত্যুত্তৰ নুখুজিবা—
মিনতি দাসৰ।
কোৱাঁ, কোন কাৰ্য্য কৰিম সাধন।

ৰাম—শুনা তেন্তে,
বাল্মীকিৰ তপোবন

দর্শন কৰোঁৱা হলে
কালিলৈ প্ৰভাততে
এৰি আহাঁ জানকীক
তমসাৰ অৰণ্য মাজত।
আৰু নেমাতিবা প্ৰিয় মোৰ
আৰু কথা নক'বা পুনৰ।
কালিলৈ প্ৰভাততে
উষাৰ পোহৰে ভূমি
ছোৱাৰ আগতে—
প্ৰস্তুত থাকিব ৰথ
সুমন্ত্ৰৰ সমে।
শুনা আৰু, তিনিও অনুজে—
এই অভিসন্ধি মোৰ
সম্পূৰ্ণ গোপন।

লক্ষ্মণ—দাদা দাদা ( ভৰিত পৰিল )

ৰাম—লক্ষ্মণ,

কান্দিছা?
ভাবিছানে, শ্ৰীৰামৰ হিয়া
হিয়া হৈ আছে,
জিনাৰি 'আজলী' হিয়া
হেম প্ৰতিমাৰ?
জানা কি জ্বলিছে

নীৰস, নিষ্ঠুৰ এই মৰু-হৃদয়ত ?
দাৱানল, সীতাদাহী দীপ্ত দাবানল।
শেষ অনুৰোধ মোৰ
নেৰাখিলে দুখ অত্যধিক।
( হঠাৎ প্ৰস্থান )

ভৰত—দাদা, দাদা,
( শত্ৰুঘ্নৰ হাতত ধৰি )
জীয়ন্তে বধিলা কিয়
অবলা সতীক ? শুনা …।
( দুয়োৰো প্ৰস্থান )

লক্ষ্মণ—( কাঠৰ পুতলাৰ দৰে বৈ থাকি শেহত
জৰজৰকৈ বোৱা চকুলো টুকি )
নিৰ্জন নিশাৰ এই
নিস্তব্ধতা ভাঙি
সুষুপ্তিক জাগ্ৰত কৰাই।
কোন ছলনাৰে আজি
ছলিলাহি আহি
'প্ৰিয় মোৰ আত্মা মোৰ'
বুলি 'মোৰ ভাই'॥
নয়নৰ নিদ্ৰা এৰি
শ্ৰান্তি পৰিহৰি
ৰাখিলে সতীক যেয়ে
ধৰি শৰাসন।

জননীৰ পুণ্য মূৰ্ত্তি
নিৰ্ম্মলা সীতাক
দিব লাগে প্ৰভাতেতে গৈয়ে বিসৰ্জ্জন ॥
তমসা নদীৰ সেই
অটব্য বনত
ৰাক্ষসেও ভয়ে য'ত
কৰে বিচৰণ ।
সিংহেও সিংহীক এৰি
নাযায় আঁতৰি
পৰ্ব্বত বিদাৰি বয়
ভীম প্ৰভঞ্জন ॥
অৰণ্যত ত্যাগ কৰি
আহোঁতে ছলেৰে
সুধিব যেতিয়া সেই
সতীয়ে চিএঃৰি ।
'কি হ'ল, কি হ'ল বাপা
কিয় এৰি গ'লা'
কি বুলি উত্তৰিম্
কোৱাঁ কাৰণাৰি ॥
বিশল্যকৰণী পালো
ব্যথা গুচাবৰ
কাৰণৰ শক্তিশেলে
হৃদয়ত দিয়া ।

পুষ্প যি শকাত শেল
পশিব হিয়াত
বিশল্যকৰণী তাৰ
জন্মা নাইকিয়া ॥

---

## পঞ্চম দৃশ্য

### নগৰীয়া বাট

( তিনিজন নগৰীয়াৰ প্রবেশ )

১ম নগৰীয়া—বিশ্বাস কৰা বা অবিশ্বাস কৰা সেইটো তোমালোকৰ ব্যাপত্তিসাহোনীয়া কথা। মই আকৌ যিদৰে শুনিছো, যিদৰে ভণিছো, সেইদৰেহে ক'ব পাৰো।

২য় নগৰীয়া—এ খোৱাঁ, খোৱাঁ—সাত সাগৰ, তেৰ নৈ পাৰ হৈ ৰাণীক লঙ্কাৰপৰা আনি, শেহত হাবিত মেলিবলৈ পঠিয়াব এনে কথা কাৰ ভোমোলা কাণৰ ফুটাত সোমায় হে

৩য় নগৰীয়া—হওঁতে সিও কথা মিছা নহয়। ছমাহ তুলি চাপনী-বুকুত দিবলৈ কাৰ সত্ত যায়?

১ম নগৰীয়া—এঃ বজাই জানো মেলো বুলি কাৰবাক বনবাসত মেলিব পাৰে? সিহ হুক্ষৰ লেখন যাৰ কপালত থাকে তাক বা তাইক হে, মেলিব পাৰে। তোমালোকে শুনা নাই জানো?

২ নগৰীয়া—কি?

নগৰীয়া—কিষ্কিন্ধ্যাৰ তাৰা আৰু লঙ্কাৰ মন্দোদৰী নামৰ ভগৰাকী সতী তিৰোতাই হেনো ৰাণীক জীয়া বাঁৰী ভাত খাবলৈ শাও দি থৈছিল। সেই শাপেহে এতিয়া তাও দিছে; শুদায় ?

নগৰীয়া—হওঁতে সিও মিছা নহয় দেই। সতীৰ শাও পচা কাঠৰ জুই, উমি উমি,—উমি উমি।

নগৰীয়া—থোৱাঁ থোৱাঁ ৰাম হেন ৰজাৰ ৰাণীৰ গাত কেল-পনীয়া বাঁৰী তিৰোতাৰ শাও লাগিব পাৰে। কথা আনহে।

নগৰীয়া—হওঁতে সিও কথা মিছা নহয় দেই। বাঁৰীয়ে বাঁৰীয়ে আছে।

নগৰীয়া—ৰাইজৰ শাপত গৰুড়ৰো পখা ছিগে; তেনে ? থলত কেলপনীয়া অকেলপনীয়া কিহৈ ?

নগৰীয়া—ওঁ হওঁতে তাকো মিছা বুলিব নোৱাৰি। কথাটো গৈছে এখালে।

নগৰীয়া—থোৱাঁ থোৱাঁ। মই ৰজাৰ টোলত কাম কৰা ভাগিন জোৱাই এটাৰ খুলশালিয়েকটোৰ পৰা এইমাত্র শুনি আহিলো ৰাণীৰ হেনো গাত লেঠা। আজি ৪।৫ দিন কিবা বাকবাং বিকবিং স্বপ্নবোৰ দেখি আছিল। ৰজাই শেষত পৰ চিকিৎসাৰ বাবে ডোলফুঁছতি এগছ ল'বলৈ বুলি ৰাণীক মুনি-ঋষিৰ ওচৰলৈ পঠিয়াই দিছে।

নগৰীয়া—ওঁ হওঁতে হয়। ইওটো কথা দলিয়াই পেলাবৰ নহয়।

১ম নগৰীয়া—তোমাৰ আগত আৰু কথা কৈ সুখ নাই যিহকে শুনা তিহকে 'হয়', 'হয়', 'হয়'।

৩য় নগৰীয়া—কিনো এতিয়া বেয়াটো কৰিলো? তুমি কোৱা মতে তোমাৰটো হয়, তেওঁ কোৱা মতে তেওঁৰটোও হয় নোহোৱা কথা কোৱা মানুহ আছে জানো সংসাৰত?

১ম নগৰীয়া—তোমাৰ আগত কথা কোৱাতকৈ বাঁহৰ মূঢ়া এটাৰ আগত ক'লেও সুখ লাগিব।

২য় নগৰীয়া—শুনিলা? তোমাক গালি পাৰিলে কেনেকৈ শুনিলা? ইয়াকেহে বোলে আও কিলেৰে বাও মৰা।

১ম নগৰীয়া—কেনেকৈ গালি পৰা হ'ল হেঁ? বাঁহৰ মূঢ়া এটা পুতি থ'লে যিদৰে এডৰা বাঁহ হয়, সেইদৰেই এটা বুঢ়াৰপৰা এখন গাওঁ নহয় জানো?

৩য় নগৰীয়া—হওঁতে তুমিও কৈছা এক বাটেৰে। হয়েই,— বুঢ়া যি, মূঢ়া সি।

(হলায়ুধৰ প্ৰবেশ)

১ম নগৰীয়া—অ' আমাৰ দেউ দেখোন। পাচে ৰজাৰ ঘৰৰ বাতৰি কি?

হলায়ুধ—এ বোপাইহঁত, নেদাজিবা আৰু। সেই অনা আঁকৰীয়ে ভাজিলে।

১ম নগৰীয়া—নহয় দেউ, ভাজি কওকচোন।

হলায়ুধ—(ইফালে সিফালে চাই)

দেখা আমাৰ আৰু শুনা বাতৰিতে।

২য় নঃ— তেও বুলি।

হলায়ুধ—ৰাণীক হেনো উপজি পুৰ'তে ( কাণত ফুচফুচাই ) নিছে।

১ম নগৰীয়া—এ হয় নে কি ? মই আকৌ শুনিছিলো আন কিবা বুলিহে! আয়ৈ দেহি—এনে গৰাকী ৰাণীৰে এনে অৱস্থা।

হলায়ুধ নক'ৰা মইনাহঁত নক'ৰা। মানুহ ভূতে পালে দেউভূতে পাব নেলাগে।

৩য় নগৰীয়া—হওঁতে সিওটো মিছা নহয় দেই—মিলাইছে দেৰে কথাটো এফালে।

১ম নগৰীয়া—কিয় সিদিনা দেখোন আপুনিয়ে কৈছিল ৰাণীত বিশ্বাস নাই বুলি ?

হলায়ুধ—ৰাণীত হে বিশ্বাস নাই বুলি কৈছিলো, পৰীখতো বিশ্বাস নাই বুলি কৈছিলো জানো ? ধৰ্ম্মাধৰ্ম্মৰ পূজা এভাগ কৰি ক'লা গুটি বগা গুটিৰ পৰীখ এটা পতা হলেই মেঘো উৰে গাজনিও মাৰ যায়।

৩য় নগৰীয়া—ওঁ হওঁতে সিওটো হয়।

১ম নগৰীয়া—পাছে দেউ, পূজাৰীয়ে ধন খাই যদি গুটিত চিন লগাই থয় ?

হলায়ুধ—ধন তেওঁ ভাগিবহে ? ধন ভাগিল যদি লেঠাও ভাগিল।

১ম নঃ—অ', আপোনাৰ কথাৰ ধাৰেও কাটে গাদীয়েও কাটে। সুশুনিলে একা।

( উচাহ মাৰি গুচি গ'ল )

২য় নঃ—বোলো হে'বা, ক'বলৈ নাই একো, কোৱাঁ হেকোঁ হেকোঁ। শুনাচোন, শুনা

(পাচতে গ'ল)

হলায়ুধ—দেখিছা, আজি কালি মানুহক ভাল কথা ক'লে বেয়া শুনে। যা বাক আজিৰ পৰা ক'ম গাখীৰ ক'লা, গোবৰ বগা। (খোজ লয়)

৩য় নঃ—হৰ্ওতে সিও মিছা নহয়। বেদ শাস্ত্ৰৰ মতে সিও প'ৰিছে এটা বাটতেই দেইৰ।

(লগে লগে যায়)

হলায়ুধ—(উভতি) কি পৰিছে বাটত? কি পৰিছে?

৩য় নঃ—গাখীৰে গোবৰে।

(উভয়ৰে প্ৰস্থান)

---

[দ্রঃ তৃতীয় নগৰীয়াৰ কথাবোৰ বৰ জুৰ আৰু পিটিক পিটিকি চাই কোৱা যেন হ'ব।]

## ষষ্ঠ দৃশ্য

তমসাৰ পাৰৰ অৰণ্য

(সীতা আৰু লক্ষ্মণ)

সীতা—স্নেহৰ দেৱৰ,

দূৰন্ত দেখিছো সৌ
শ্যামল ক্ষেত্ৰৰ
শ্যাম তৃণানিৰ মাজে

আহিছে ধীৰেৰে নামি
ভঙ্গিমাৰ লাস্য নৰ্ত্তনেৰে
এধাৰি সলিল ধাৰা ;
সেয়ে নে কি তমসা-তটিনী
তাৰ পাৰতে নে কি
বাল্মীকিৰ পুণ্য তপোবন ?

লক্ষ্মণ—হয় দেৱী,
সেয়ে তপোবন।

সীতা—এই তৰু-লতা,
হোমৰ ধোঁৱাই ধোৱা,
ৰমণীয় এই নিৰ্জ্জনতা —
দেখিলে তোমাৰ
পৰেনে মনত বাৰু
পঞ্চবটী বন ?

লক্ষ্মণ—পৰে দেৱী।

সীতা—কি দেখিছো স্নেহৰ দেৱৰ ?
হেমন্তৰ হিমে ঢকা
পূৰ্ণিমাৰ চন্দ্ৰ যেন
মুখত দেখিছো কিয়
লোতকৰ ক্ষুদ্ৰ ক্ষুদ্ৰ কণা ?

লক্ষ্মণ—( মুখ মচি )
একো হোৱা নাই বৌদেউ,

হ'ব পাৰে নাম মাত্ৰ
পথশ্ৰান্তি চিন।

সীতা—কৈছা মুখেৰে ;

দেখিছো আগৰে পৰা,
অশ্ৰুৰ নদীয়ে যেন
পাৰ ভাঙ্গো ভাঙ্গোকৈ
বিচাৰি আছেহি চস
চকুত তোমাৰ।

লক্ষ্মণ— ( স্বগতঃ )
জননী স্বৰূপা এই
জানকীৰ সাক্ষাতত
কৰা নাই কাহানিও
ছল-পৰিহাস, নতু অসত্য আলাপ।
আজি, আজি, কোন সতে ?

সীতা— দেৱৰ, দেৱৰ,
শীতৰ বতাহে ছোৱা
সোণবৰণীয়া,
শালি ধাননিৰ দৰে
ব'লা কিয় উচ্চ শিৰ, হঠাতে দোৱাই ?

লক্ষ্মণ—দেৱী,
ক'ম সত্য কথা—

কিন্তু ভাষা নাই
দেহ নাই, নাই আজি
লক্ষ্মণৰ জীৱন স্পন্দন।

সীতা— কাৰো কৰিছো মোৰ
সূৰ্য্যবংশধৰ—
দাশৰথি শ্ৰীৰামৰ স্নেহৰ অনুজ,
কোৱাঁ কোৱাঁ
কিয় বাগৰিছে
অশ্ৰুধাৰ তুগাল ধোৱাই ?
কোৱাঁ, বীৰ তুমি,
পুৰুষ শাৰ্দ্দূল।

লক্ষ্মণ—বৌদেৱ,
বীৰ পুৰুষৰ যদি
হ'ব লাগে এনে ব্যৱহাৰ,
কৰাঁ আশীৰ্ব্বাদ
জন্মে জন্মে পাওঁ যেন ৰমণী জনম।

সীতা— উঃ চকুৰ নিমিষে প্ৰতি
যায় যেন এটি এটি
পূৰ্ণ মন্বন্তৰ।
দেৱৰ,
নেলাগে নেচাওঁ তপোবন,
কিবা যদি অঘটন।

ঘটিছে গৃহত্ত
ব'লা ঘূৰি যাওঁ—
যেই পথে আহিছিলো
সেই পথ ধৰি।

লক্ষ্মণ—( এজোপা গছৰ গাত ধৰি, আনকালে চাই )
হে' চন্দ্ৰ-সূৰ্য্য, পৱন-বৰুণ
হে' দেৱী, সতীত্বৰ জীৱন্ত প্ৰতিমা,
অযোধ্যা নাথৰ আজ্ঞা,—
সূৰ্য্য-বংশী ৰঘুকুল
নিষ্কলঙ্ক কৰিবৰ হেতু,
সাধিবৰ হেতু প্ৰীতি
প্ৰজা মণ্ডলীৰ—

সীতা—দেৱৰ, দেৱৰ !!

লক্ষ্মণ—লক্ষ্মণে কৰিব আজি
কপটীৰ কপটতা
পিশাচৰ ঘৃণ্য অভিনয়।

সীতা—'ঘৃণ্য অভিনয়' !!
কোৱাঁ কোৱাঁ দেৱৰ লক্ষ্মণ,
কি সেই ঘৃণ্য অভিনয় ?

লক্ষ্মণ—ক'ম মোৰ মাতৃ স্বৰূপিণী,
অযোধ্যাৰ গগনত
তুমি হ'লা লঘু বাষ্প কণা

মই তাৰ প্ৰচণ্ড পৱন
অযোধ্যাৰ প্ৰজা হ'ল
প্ৰলয়ৰ দীপ্ত দিৱাকৰ।

সীতা—দেৱৰ, লজ্জা পৰিহৰি
শুনোৱাঁ প্ৰভুৰ আজ্ঞা—
ধৈৰ্য্য আৰু নাই জানকীৰ।

লক্ষ্মণ—বৌদেৱ,
প্ৰজাৰ ৰঞ্জন হেতু—
এৰি যাব লাগে আজি
এই তমসাৰ গহন বনত।

সীতা—কাক, কাক?
কাক এৰি যাব লাগে আজি?

লক্ষ্মণ—সতী মোৰ, মাতৃ মোৰ,
তোমাক, তোমাক—
দশানন গৃহবাসিনীক।

( বহি পৰিল )

সীতা—দেৱৰ, দেৱৰ ॥
স্বামী গুৰু মোৰ ॥

( মাটিত পৰিল )

লক্ষ্মণ—( উঠি গৈ ভৰিৰ ওচৰত পৰি )
বৌদেৱ,
বনত কৰোঁতে বাস,

নিদ্ৰা পৰিহৰি
যি লক্ষ্মণে সেৱিলে চৰণ
আজি সেই লক্ষ্মণৰ প্ৰতি
হৃদয় বুলি দিয়া অভিশাপ
নেদেখক অযোধ্যাই
লক্ষ্মণ নামৰ এই নিষ্ঠুৰ ৰাক্ষস।

সীতা—অযোধ্যাৰ বুকু ছিৰি
কোন মন্ত্ৰে মুগ্ধ কৰি আনি
দিলাঁহি হিয়াত এই
নাৰীঘাতী শেল ?
উঃ প্ৰাণৰ মমতা ত্যজি
দাসী ৰূপে সেৱিছিলোঁ
অযোধ্যা দেশক
তাৰ ফলে পালোঁ, চিৰ নিৰ্ব্বাসন।
নহয়, নহয়।
( উঠি বহি )
নেলাগে থাকিব আৰু
সীতাৰ কলঙ্ক নাম
জগতৰ পবিত্ৰ কোলাত।
দেৱৰ,
প্ৰভু শ্ৰীৰামৰ তেজ
গৰ্ভত ধাৰণ কৰি

আত্মহত্যা কৰিব নোৱাৰো ;
(অধীৰ হৈ)
সেই কাৰ্য্য কৰাঁ তুমি নিজে।
নিকুম্ভিলা যজ্ঞৰ শালত
একেশ্বৰে পাই
মেঘনাদ মায়াবীক
বধিছিলা যিদৰে পূৰ্ব্বত
সেইদৰে বধি যোৱাঁ
এই পাপিনীকো।

লক্ষ্মণ—প্ৰকৃতিস্থা হোৱাঁ দেবী,
ভাগ্যৰ লিখন ভাবি
সহ্য কৰা অসীম ধৈৰ্য্যেৰে।
এৰাঁ অসন্তোষ,
তুষ্ট হোৱাঁ শ্ৰীৰামৰ প্ৰতি
ক্ষমা অপৰাধ ই হীনৰ।

সীতা—দেৱৰ,
যি অযোধ্যাত
কুলক্ষণী বিধৱায়ো
স্থান পায় পুৰ্ণ কুটীৰত
নুজুৰিলে স্থানে তাত
জনকৰ প্ৰিয় কন্যালৈ ?
ইমান ঘৃণিত উঃ জীৱ মোৰ !!

লক্ষ্মণ—দেৱী,

জানো, জানো অযোধ্যাৰ প্ৰতি
দেৱ প্ৰতিকূল ততোধিক।
নহ'লে নিদিয়ে দৈৱে
ৰাজলক্ষ্মী আঁতৰিব অযোধ্যাৰপৰা।

সীতা— ৰাজলক্ষ্মী! ৰাজলক্ষ্মী মই?

দেৱৰ,

কাল ভুজঙ্গিনী যদি
আছে জগতত
মই সেই কালভুজঙ্গিনী।
বধূৰূপে প্ৰবেশোতে
ৰাজপ্ৰাসাদত
বিমাতাৰ কোপদৃষ্টি পৰি
হেৰুৱালো শান্তি-সুখ
পিতৃ-স্বামী উভয় কুলৰ;
ফুৰোতে সঙ্গিনী হৈ
দুৰ্গম বনত—
পাপীৰ হাতত পৰি
কতনা যাতনা দিলো
তোমাকে, প্ৰভুকে।
এয়ে নে কি ৰাজলক্ষ্মী চিন?
যোৱাঁ মোৰ স্নেহৰ দেৱৰ,

জনাবা প্ৰভুক,
জনাবা সুমিত্ৰা আদি
চিৰপূজ্যা আৰ্য্যা সকলক
পাপিনীৰ শত প্ৰণিপাত।

লক্ষ্মণ—বৌদেৱ, গতপ্ৰাণা জননীক
শ্মশানত দাহ কৰি থৈ
গৃহ পাই যিদৰে সন্তানে
শূণ্যময় দেখে চাৰিদিশ
তাতোকৰি শতগুণ
শূণ্যতাৰ অনুভূতি আজিলে লক্ষ্মণে।

সীতা—যোৱা প্ৰিয়,
যোৱা মোৰ বন্ধু জীৱনৰ,
আৱৰিলে সন্ধিয়াই
গিৰি নদী অতিক্ৰমা
দীৰ্ঘ ৰাজপথ,
পাব কষ্ট দেহত অশেষ।

লক্ষ্মণ—পাহৰি আপোন কষ্ট
পৰ কষ্ট স্মৰিছা জননী।
বৌদেৱ,
আঁতৰিব মৃতপ্ৰাণ
নিষ্ঠুৰ লক্ষ্মণ,
কিন্তু তুমি···

সীতা—জঁই পৰা কুসুমৰ পাহি
ক'ত পৰে, ক'ত সৰে
কোনে লয় বাৰ্ত্তা তাৰ ?

লক্ষ্মণ—( আঁঠুকাঢ়ি )
ভাৰতৰ ৰমণীৰ
চিৰ ধ্ৰুৱ তৰা,
হে' সতী, হে' ধৰণ্যা,
আৰ্য্য দুহিতাৰ—
লক্ষ্মণৰ ক্ষমা অপৰাধ।

সীতা—যোৱাঁ মোৰ স্নেহৰ ভাজন,
পাপিনীৰ আশীৰ্ব্বাদ
ফলিয়ায় যদি জগতত—
প্ৰাণ ভৰি বৰষোঁ আশীষ।

লক্ষ্মণ—বৌদেউ,
সেৱা মোৰ, প্ৰণিপাত মোৰ
হৃদয় উৰাবি কৰা
অভিনন্দা মোৰ ···
( আৰু ক'ব নোৱাৰি হুঁইকি হুঁইকি গ'ল )

সীতা—দেৱৰ, দেৱৰ,
কোনে দিব সমিধান আৰু ?
(এখোজ এখোজকৈ গুচি যায়,
এনেতে মুনি পুত্ৰ কন্যাসকলৰ প্ৰৱেশ )

বন বনানীৰ নয়ন ভৰি
নীয়ৰ সনা করুণ বাণ।
উঠে বিহগীৰ নীৰে নীৰে
আকুল ব্যথাৰ ব্যাকুল গান।
তটিনীয়ে সোতক টুকি
কৈছে তীৰক ঠোঁকাঠুকি
অ' সধৱা, অ' মোৰ সতী
শিৱ-সেন্দুৰী পুণ্যৱতী
প্রতিমা তোৰ হেঙ্গুল লেখা
নপৰে জঁই, নহয় ম্লান॥



# তৃতীয় অঙ্ক

## প্রথম দৃশ্য—উদ্যান

### নর্ত্তকীহঁতৰ গীত

অবলা সজলা' তোৰ প্ৰাণ।
কোনে ক'লে স'চাৰ ছলে
পুৰুষ 'দয়াবান'॥
ৰমণীয়ে নয়ন মছি
হিয়াৰ ব্যথা হিয়াত স'াচি
কান্দিও নেপায় পুৰুষ প্ৰাণৰ
মুখৰ সন্নিধান॥

( নর্ত্তকীহঁতৰ প্ৰস্থান আৰু ৰামচন্দ্ৰৰ প্ৰৱেশ )

ৰাম— প্ৰাণৰ বীণাৰ যাৰ
তাঁৰ ছিগি গ'ল
আৰু তাৰ শ্ৰৱণত
কোকিলৰ কলকণ্ঠ নেবাজে মধুৰ।
উদ্যান দেখিছোঁ,
নাই ফুলৰ খেমালি
ঊষাক দেখিছো,
নাই সেন্দুৰী কপালী,
আকাশ দেখিছো নাই,
জোনৰ জোনালি
যেনি চাওঁ অতি শূন্য,
মহাশূন্য, সৰ্ব্বশূন্য পট।

(পাছৰ পৰা কৌশল্যাৰ প্ৰবেশ)

কৌশল্যা—বাছা, ৰাম।

ৰাম—আই।

কৌশল্যা—কি বুজাম?
জ্ঞানী তুমি, শাস্ত্ৰত পণ্ডিত।
কিন্তু বাছা,
ধাৰাৰ বান উঠি
যোৱাৰ অন্তত
নদীৰ দুপাৰে থকা
তৃণ-বননিত,

যিদৰে জিলিকি থাকে
পলসৰ চিন
সেইদৰে জুৰি এই অযোধ্যা বিশাল
জিলিকিছে ঘৰে ঘৰে
সীতাৰ কাৰণে টোকা
অশ্ৰুৰ প্লাৱন।

ৰাম—ক্ষমা অধমক মাতৃ
নোৱাৰিলো দৈৱলিপি
ধুব কপালৰ।

কৌশল্যা—বাছা,
সতী পালনত
সিজে নিজে পুণ্য অশ্বমেধ।
সতীৰ তুষ্টিত
তুষ্ট হয় দেৱতা মণ্ডলী।
সিকাৰণে বাছা,
স্বৰ্ণ সীতা নিৰ্ম্মাণ নকৰি
আনা যদি জানকীক
অৰণ্যৰ পৰা
সিদ্ধ হ'ব—নিত্য নৈমিত্তিক—
ভূয়োবিধ যজ্ঞ অশ্বমেধ।

ৰাম—আই,
মানৱ সমাজ সাধাৰণ—

নহয় সত্যৰ দাস,
দাস মাত্র লৌকিক ধৰ্ম্মৰ।
কৌশল্যা—বাছা, লোকধৰ্ম্ম, লৌকিকতা—
মানৱৰ মহা গলগ্রহ।
স্বাধীনতা, সত্যনিষ্ঠাৰূপী
সমাজ ৰথৰ দুটি অশ্বৰ পিঠিত
লৌকিকতা পাষাণৰ ভাৰ।
ৰাম—কিন্তু আই, ইয়াকো জনাওঁ মিনতিৰে
লৌকিকতা গলগ্রহ ছিঙ্গি
নোৱাৰে আদৰ্শ থ'ব
তোমাৰ দুৰ্ব্বল এই
ৰঘু বংশধৰে।
দুটি চৰণত ধৰোঁ।
ক্ষমা মাতৃ, সন্তানৰ অবাধ্যতা দোষ। (চৰণ ছোৱে)
কৌশল্যা—ধৰা নাই অবাধ্যতা বুলি।
কিন্তু, ভাবি চোৱা,
সৰ্ব্বাঙ্গসুন্দৰ যজ্ঞলৈ
প্রয়োজন সহধৰ্ম্মিণীৰ।
(কৌশল্যাৰ প্ৰস্থান)
ৰাম—(খোজ চলাই)
শ্ৰীৰামৰ অন্তৰত
কেতিয়া অমৃত উঠে, কেতিয়া গৰল—

সৃষ্টিকৰ্ত্তা বিধাতায়ো
নোৱাৰে ধৰিব তত্ত্ব তাৰ।

( লক্ষ্মণ, ভৰত, শত্ৰুঘ্নৰ প্ৰবেশ )

লক্ষ্মণ—দাদা,
হ'ল সকলোৰে আয়োজন,
বাকী মাথো আছে নিমন্ত্ৰণ।

ৰাম—( অন্যমনস্ক ভাবে ) উঁ।

ভৰত—বিশ্বকৰ্ম্মা উপস্থিত ৰাজদুৱাৰত;
স্বৰ্ণ প্ৰতিমা গঢ়ি
আনিছে সতীৰ।

ৰাম—স্বৰ্ণ প্ৰতিমা !! ( অন্যমনস্ক হ'ল)

শত্ৰুঘ্ন—দাদা,
বিধিমতে যেনে অশ্ব লাগে
তেনে অশ্ব পোৱা হ'ল কালি।
ইচ্ছা হ'লে
চাব পাৰে
অশ্বৰ শালত।

ৰাম—স্বৰ্ণ প্ৰতিমা, অশ্ব
সকলো আহিল যজ্ঞলৈ
কিন্তু ... ( প্ৰকৃতিস্থ হৈ )
ভাইহঁত,
এই হতভাগ্য শ্ৰীৰামৰ হকে,

বহুত কৰিছা দুখ
বহুত কৰিছা কষ্ট,
কিন্তু ইমানতো,—
অন্ত হোৱা নাই, দুখপূৰ্ণ পথ,
হোৱা নাই শেষ গন্তব্যৰ।
বাছাইঁত মোৰ,
অশ্বমেধ মহাব্ৰত লৈ
চিন্তান্বিত দাশৰথি ৰাম ;
একমাত্ৰ আলম্বন
তোমালোক তিনিটি অনুজ।
লক্ষ্মণ, যোৱাঁ আগবাঢ়ি
মাতি আনা,
বশিষ্ঠ, জাবালি আদি
বেদবিৎ ঋষি মণ্ডলীক।

( লক্ষ্মণৰ প্ৰস্থান )

ভৰত'
গোমতী তীৰৰ পুণ্য নৈমিষ ক্ষেত্ৰত
যজ্ঞশাল কৰোৱাঁ নিৰ্ম্মাণ।
নিমন্ত্ৰণ দিয়া
ইষ্ট-মিত্ৰ, বন্ধু-বান্ধৱক—
জাতি-বৰ্ণ-নিৰ্ব্বিশেষে প্ৰজা সমূহক।
ব'লা, চাই আহোঁ যজ্ঞৰ তুৰগ।

( ৰামৰ পাচে পাচে ভৰত শত্ৰুঘ্নৰ প্ৰস্থান )

## দ্বিতীয় দৃশ্য

### নগৰীয়া বাট

( কাপোৰৰ টোপোলা লৈ গেৰজাই ধোবাৰ আৰু হাঁচটি এখনত ধন লেখি লেখি ধুবুনীৰ প্ৰবেশ )

পঃ মাক— বুইছা এই কেইটকা কপ তুমি মিছা কথাত ভাঙিব নোৱাৰঁা।

গেৰজাই—( ঘূৰি ) তই নো কি সচঁা কথাত ভাঙিবি ?

পঃ মাক—নহয়, এই কেইমহা ধন জানিবা তুমি পোৱাই নাই।

গেৰজাই—তয়ো জানিবা ৰজাৰ এই বান কাপোৰ ধোৱাই নাই।

পঃ মাক—নহয় হেঁ, মই ইয়াৰে নাক ফুলা এটা গঢ়াব লাগে।

গেৰজাই—অ' কথাৰ গুৰি সেইটো। ৰাম ৰজাৰ সোণৰ ৰাণী জনী দেখি এই জনীৰ, সোণৰ পাট গাত মেৰিয়াবলৈ মন গ'ল। হেৰ' তাকে নো নকৰ কেলেই ?

পঃ মাক—নহয় হেঁ, তিৰোতাৰ নাকৰ নিশ্বাস পুৰুষৰ গাত পৰিব নেপায়।

গেৰজাই—নাক ফুলা পিন্ধিলে জানো নাকৰ ফুটাটো নিটহ-টহ হ'য় ?

পঃ মাক—নহয়। বিকণ বতাহ নাকেদি গৈ পুৰুষৰ গাত পৰে সি সোণত লাগি শুধ্ হৈ যায়।

গেৰজাই—বাক, বাক পনক মাক, নাকত জানিবা সেই বুলিয়েই পিন্ধইক, কাণত পিন্ধ কিয় ?

পঃ মাক—কাণৰ বিন্ধাটো উদং হৈ থাকিলে 'গৃহস্তৰ' ঘৰত হেনো লখিমী উদং হয়।

গেৰজাই—বাক বাক; টেটুত একা?

পঃ মাক—শুদা ডিঙিৰে মাইন্ জনক ভাত দিব নেপায়।

গেৰজাই—বাক বাক, হাতত?

পঃ মাক—বুঢ়া-দিনৰ নিয়ম এটা বুলি।

গেৰজাই—পনক মাক, গাভৰু কালত তোক কোনোবা ঋষিয়ে নেদেখিলে ঐ, ঋষিয়ে নেদেখিলে।

পঃ মাক—পায়নে তেনেকৈ ক'ব? তুমি আক দেও।

গেৰজাই—হে'ৰ মই নকৈ পাৰো কেনেকৈ? এই কেই আষাৰ কথা ঋষি এজনে পোৱা হ'লে কোনোবা 'শাস্তৰ্' এখনত খোচোৰা মাৰি থৈ গ'লহেতেন আক পাচলৈ গৈ সেয়ে হ'লহেতেন—আমাৰবোৰলৈ বেদৰ বচন। এতিয়া কথা কেই আষাৰ পৰিল গেৰজাই খোৱাৰ কাণত—খৰাং শিলনিত তুলসী গুটি।

পঃ মাক—আমাক আক ধুন মৰাকেহে দেখাইক।

গেৰজাই—এ কেলেই ধুন মাৰিৰি মোৰ গোসানী, কেলেই ধুন মাৰিবি হেঁ।? (আঙুলিত লেখি) নাকত পিন্ধ—"পুৰুষৰ গাত 'নিছাশ' পৰিব নেপায়", কাণত পিন্ধ—"গৃহস্তৰ লখিমী উদং হয়"—টেটুত পিন্ধ—"শুদা টেটুৰে মাইন্ জনক ভাত দিব নেপায়"—হাতত পিন্ধ—"বুঢ়া দিনৰ নিয়ম"। পনক মাক ঔ,—হেৰ', পনকৰ দৰে

যিমানে তোক পখিয়াই চাওঁ সিমানেই পাখিছে পাখি, পাখিছে পাখি; শাহৰ নামে সঁচো নাই, ঐ, সঁচো নাই ; এনেজনী সুৱাগী, এনেজনী লখিমী, এনেজনী গোসানী ক'ত পাম ঐ ॥

( কথাৰ লাচতে গীতত ধৰে )

গীত

ধোবা—অ' পাণেশ্বই চি-চৈ চি-চৈ
চৈ চৈ মোৰ মৌপিয়া ।
ধুবুনী—ইঃ ইঃ ইঃ ঠাই আছে কি
থৈ দিয়া দেও থৈ দিয়া ॥
ধোবা—ধৰোঁ ধৰোঁ সদায় কৰোঁ
ধৰিবনো মই কিহত থওঁ,
ধুবুনী—মাটিত থওঁ নে মূৰত লওঁ
ধোবা—মাটিত থ'লে কোৱাই খাব
ধুবুনী—মূৰত থ'লে চিলাই পাব
ধোবা—ফুল সৰিব
ধুবুনী—পাত হৰিব
ধোবা—তেলটুপী মোৰ
ধুবুনী—পাতলিয়া ॥
ধোবা—অ' পাণেশ্বই... ... ... মৌপিয়া ।
ধোবা—সোণৰ সঁজা নাই যদি মই
ধৰি কৰিম কি, ধৰি কৰিম কি ?

ধুবুনী—বাঁহৰ সঁজাত কাহ নেমাৰে
সক চৰাইটি, সক চৰাইটি

ধোবা—চৰাই চিকুণ মাতে-মানে

ধুবুনী—তিৰী চিকুণ হাতে-কাণে

ধোবা—তিয়া চিকুণ

ধুবুনী—বৰে ভকণ

ধোবা—অ' পিয়া মোৰ।

ধুবুনী—মৌ-পিয়া।

(একেলগে প্ৰস্থান)

---

## ৩য় দৃশ্য

### তপোবনৰ কুটীৰ

(পিৰালিত বহি বাল্মীকিয়ে পুথি লিখিছে; সীতাই চোতালত ধূপ বাটিছে; কুশ-লৱই মাকৰ ওচৰত কাঠৰ ফলিত মাটিৰ গুটিৰে আখৰ লেখিছে)

কুশ—আই মোৰ লেখা হ'ল।

সীতা—চাওঁ বাক।

কুশ—(উঠি আহি দেখুৱায়)

সীতা—সুন্দৰ হৈছে। লেখি থাকিলে আৰু সুন্দৰ হ'ব। মাত্ৰাচোন বাক।

কুশ—'ধিগ্ বলং ক্ষত্রিয় বলং
ব্রহ্মতেজো বলং বলম্।
একেন ব্রহ্মদণ্ডেন
সর্ব্বাস্ত্রানি হতানি মে' ॥

লৱ—( একে লবেই উঠি আহি ) আই, মোবো হ'ল।

সীতা—উত্তম কথা, তুমিও গোৱাঁ।

লৱ—তদেতং প্রসমীক্ষ্যাহং
প্রসন্নেন্দ্রিয় মানসঃ।
তপো মহৎ সমস্থাস্থে
যদ্বৈ ব্রহ্মত্ব কাৰণম্ ॥

বাল্মীকি—( পুথি লেখাৰ পৰা মুখ দাঙ্গি ) বাক বাক কুশ, এই কথা কোনে কৈছিল?

কুশ—মহৰ্ষি বিশ্বামিত্ৰই।

বাল্মীকি—বাক লৱই কোৱাঁচোন। কেতিয়া কৈছিল?

লৱ—বশিষ্ঠ ঋষিৰ লগত যুদ্ধত হাৰি।

বাল্মীকি কিহৰ কাৰণে সেই যুদ্ধ হৈছিল?

লৱ—মই কওঁ।

কুশ—মই কওঁ। কোনে ক'ব লাগে ককাদেৱ?

বাল্মীকি—তোমাৰ ভায়াই ক'লেই তুমি কোৱা হ'ব, সোণ।

লৱ—কামধেনু, শবলাৰ কাৰণে।

বাল্মীকি—উত্তম। এয়া কোন কাণ্ডৰ কথা?

কুশ—মই ক'মনে ককাদেৱ?

বাল্মীকি—কোৱাঁ।

কুশ—বালকাণ্ড ৰামায়ণৰ কথা। হয়নে ককাদেৱ, ৰামচন্দ্ৰ কাৰ পিতাক?

বাল্মীকি—ৰজা সকলোৰে পিতা।

লৱ—আইৰো পিতাক নে?

(সীতাই তল মূৰ কৰে)

বাল্মীকি—শুকজনক বা বয়সীয়া জনক, আদেশ নাপালে প্ৰশ্ন কৰিব নেপায়।

সীতা—চাওঁ ছুয়োটি মোৰ ওচৰলৈ আহাঁ।

(কুশ-লৱ ওচৰ চাপিল)

আজি পাঠ পৰাৰ বাবে মোৰ উপহাৰ (ছুয়োকো চুমা দি)
যোৱাঁ এতিয়া পিতাদেৱক সেৱা জনাই কলি-পুথি সামৰাঁগৈ।

(ছুয়ো বাল্মীকিক সেৱা কৰিলেগৈ)

বাল্মীকি—মেধাৱী পুৰুষ হোৱাঁ, দিগ্বিজয়ী বীৰ।

(লৱ-কুশই কলি-পুথি সামৰে মানে)

(স্বগতঃ)
চুম্বনে চুম্বনে
স্নেহপূৰ্ণ প্ৰিয় সম্বোধনে,
বঢ়াই জ্ঞানৰ স্পৃহা,
সন্তানৰ কোমল হিয়াত,
বিবিদ্যাৰ পাৰে যেয়ে—
উষাৰ অৰুণ যেন জ্যোতি সুবিমল
সেই জননীৰ সমীপত
প্ৰভাহীন শত বিদ্যাপীঠ।

( ব্ৰহ্মচাৰী যুৱকৰ প্ৰৱেশ )

ব্ৰহ্ম—প্ৰভু,

পূৰ্ণ হ'ল যাত্ৰা-আয়োজন।

বাল্মীকি—উত্তম সংবাদ। ( নিজৰ পুথি পাত, কাপ, মহি আদি সামৰি সামৰি )

আই মোৰ,

তপস্যাৰ হেতু

যাব লাগে চিত্ৰকূটলৈ।

বাছাইত, মই ঘূৰি নাহো মানে তপোবনৰ ভাৰ তোমালোকৰ ওপৰত। ( অলপ বৈ ) অ' আৰু এটি কথা।

কুশ—কওক ককাদেৱ।

বাল্মীকি—মই শিকোৱা ৰামায়ণৰ দুই-চাৰিটি গীত নিতৌ, তালে মানে সুৰে, আয়েৰাৰ আগত গাই থাকিবাহঁক।

লৱ—আপুনি আকৌ কেতিয়া আহিব ককাদেৱ ?

বাল্মীকি—অতি সোনকালে—এমাহৰ মূৰত।

কুশ—ককাদেৱ, সিদিনা হাবিত দেখা বাঘ পোৱালি কেইটা পুহিবলৈ ধৰি আনিম নে ?

বাল্মীকি—এই মাত্ৰ কি পঢ়ি গ'লা ? ক্ষত্ৰিয় তেজতকৈ ব্ৰহ্ম-তেজ, হিংসাতকৈ অহিংসা, অধিক বলী। বাঘ পোৱালি কেইটাক যদি মৰমেৰে বশ কৰি আনিব পাৰা ; কিন্তু ননাই ভাল।

ব'বা মই পুথি-পত্ৰখিনি থৈ আহোঁ।

( বাল্মীকিৰ প্ৰস্থান )

কুশ— আই, কঠাল গছৰ পাতবোৰ চুটি চুটি; পাচে তাৰ গুটিবোৰ শকত শকত; আমগছৰ পাতবোৰ দীঘল দীঘল; পাচে তাৰ গুটিবোৰ সৰু সৰু। কোৱাঁচোন আই এনেকুৱা ওলোটা কথা কেলেই হ'ল ?

লৱ— ঈশ্বৰে কৰিলে দেখি।

সীতা—অৱশ্যে, ঈশ্বৰেই কৰিছে হয়, কিন্তু মই ভাবোতে তাতে এটা কথা আছে।

লৱ—( বহি লৈ ) কি কথা আই ?

সীতা—কঠাল গছৰ পাতবোৰ চাবাচোন থিয় থিয়—যেন সিহঁতৰ লক্ষ্য বহুত ওপৰত। আকৌ আম গছৰ পাত-বোৰলৈ চাবাচোন সিহঁতৰ লক্ষ্য তললৈ।

কুশ—আজিৰ পৰা জেনেহ'লে আমি ডাঙৰ ডাঙৰ লক্ষ্য ৰাখি কাম কৰিম।

লৱ—মই যে সদায় কৰোঁৱেই। মই অযোধ্যাৰ ৰজা ৰামচন্দ্ৰৈকৈয়ো ডাঙৰ হ'বলৈ যত্ন কৰিছোঁ।

সীতা—যত্নৰ অসাধ্য একো নাই সোণহঁত।

কুশ—বাৰু আই, আৰু এটা কথা সোধোঁ। বেলিটো ওলাওঁতেও ৰঙা আৰু পৰোতেও ৰঙা হয় কিয় ?

লৱ— মই ক'ব পাৰোঁ।

সীতা— কোৱাঁচোন বাৰু।

লৱ—ওলাওতেও সিন্দুৰত, পৰ্ব্বোতেও সিন্দুৰত, সেই দেখি তাতে আমাতে মাজত ধোৰাবোৰ সৰহ হয়।

সীতা—সুন্দৰ। বাৰু তাৰ পৰা উপদেশ পালা কি?

কুশ—ল'ৰা যেনে, বুঢ়াও তেনে।

সীতা—তাতোকৈ এটা উপদেশ আছে।

লৱ—কি আই, কি?

সীতা—সাধু পুৰুষৰ, সুখতো আনন্দ আৰু দুখতো আনন্দ।

বাল্মীকি—(নেপথ্যে) বাছাহঁত!

কুশ—গৈছোঁ ককাদেউ। আহাঁ লৱ, ককাদেৱে লগ পাব খুজিছে। যাওঁ দেই আই। (দুয়োৰো প্ৰস্থান)

সীতা—(ক্ষন্তেক ল'ৰা দুটিৰ ফালে চাই থাকি)

বীণাপাণি সাৰদাৰ
ধৱল আসনৰূপী
হে' তপোবন,
আৰ্য্য-সন্তানৰ তুমি
শিক্ষাৰ আলয়।
বিলাসৰ ভূমি এৰি
সজ সংসাৰৰ,
শিক্ষা দিয়া সমাজক
নিতে মধুময়॥
সংসাৰৰ ভোগ এৰি
তৃষ্ণা কৰি ত্যাগ।

গঢ়িছা নিৰলে বহি ভৱিষ্য-ভাৰত
সোণৰ লেখনী ধৰি
হে' মহাভাগ॥
জীৱনৰ ৰাজসুখ
কালে মলচিলে
আছে সুখ,
দুটি মাথো অনাথ সন্তান।
গঢ়া পুণ্য-তপোবন,
নিজ আদৰ্শেৰে,
আন্ধাৰ নিশাক কৰা
শুক্ৰ-জ্যোতি দান॥

( প্ৰস্থান )



# চতুৰ্থ অঙ্ক

তপোবন

( দুটা খোৰা ৰখীয়াৰ প্ৰবেশ )

১ম ৰখীয়া—মূৰকত তোৰ লগতে মোৰো হ'ল দেগাৰ মাটি ঘটি।

২য় ৰখীয়া—জানিম নো কেনেকৈ? দুপৰীয়া দুটামান পেটত পৰিলেই, গাটো লাগে সাতালি পৰ্ব্বত যেন গধুৰ।

১ম ৰখীয়া—মনে মনে থাক। সৰহ কথা ন'কৰি। কৰিলি আৰু কি কৰিব লাগে।

২য় ৰথীয়া—ঘোঁৰাও হওঁতে বহুত দেখিছোঁ। তেও বুলি এইটোৰ নিচিনা বাওমুৰা, পখাখোৰা, ৰা-পলা, ঘোঁৰা পিথবীত দেখা নাই বোপাই। ই ব'ব লাগিছিল মাহসৰিয়হৰ বেপাৰীৰ ঘৰত, তেহে শুৱায়।

১ম ৰথীয়া—( কাণ দি ) ব'বিচোন কিবা এটাই হি হি কৰা শুনিছোঁ যেন।

২য় ৰথীয়া—( ঘোঁৰা মাতি ) আহ, আহ, মাণিকা আহ, আহ।

১ম ৰথীয়া—তোক মই সিদিনায় কৈছিলোঁ নহয় সেইটো নামেৰে ঘোঁৰাটো নেমাতিবি। সেইটো মোৰ শহুৰৰ নাম।

২য় ৰথীয়া—কি বুলি মাতিম শিকাই দে তেন্তে।

১ম ৰথীয়া—মদন বুলি মাতিবি।

২য় ৰথীয়া—( মূৰ জোকাৰি ) ঔঃ ময়ো 'মদন' নোবোলো।

১ম ৰথীয়া—কেলেই ?

২য় ৰথীয়া—মোৰ বোপাইৰ নাম।

১ম ৰথীয়া—( মুখ বিদৰাই ) এঁঃ, বোপায়ে শহুৰেহে সমান। ( আকৌ কাণ দি ) সেয়া, আকৌ হিহিয়াইছে !! আহ আহ, বেগাই আহ।

( দুয়োৰো প্ৰস্থান )

( বিপৰীত কালৰ পৰা কুশ-লৱৰ প্ৰবেশ )

কুশ—বজা হ'লেই ইমান অহঙ্কাৰী হ'ব লাগেনে ? ঘোঁৰাৰ কপালত চিঠি আঁৰি দি কে নোবাই যজ্ঞলৈ মানুহ মাতেনে ?

লৱ— বাৰুকৈ নেগুৰত আঁৰি নিদিলে।

কুশ—আৰু এটা যজ্ঞ পাতিলে কিজানি তাকো কৰিব।

( বধীয়া দুটাৰ পুনৰ প্ৰবেশ )

১ম বধীয়া—হেঁৰা মইনাহঁত, আমাৰ ঘোৰাটো কোনে বান্ধি থৈছে ?

কুশ—আমিয়েই বান্ধি থৈছোঁ।

১ম বধীয়া—কিয় ?

কুশ—আমাৰ ফুলৰ পুলি এভৰা নষ্ট কৰিলে দেখি।

১ম বধীয়া—তোমালোকো ভাল জীয়া বাৰৰ মুখত আঙুলি বটিওৱা ল'ৰা দেও। জানানে সেইটো কাৰ ঘোঁৰা ?

লৱ—তোমালোকেও জানানে সেই ভৰা কাৰ ফুলৰ পুলি ?

২য় বধীয়া—অহ' চবাইটিহে সৰু, লয় হোলোং গছক বাহ। ক'ৰ ল'ৰা অ' তহঁত ?

কুশ—অলপ পা চাই কথা ক'বা দেই।

১ম বধীয়া—ওঁ !! তহঁত বজাৰ কোঁৱৰ !! ফাপৰে ধৰা দেহাৰেই ইমান, ভাল হোৱা হ'লে।

কুশ—সাৱধান।

২য় বধীয়া—তহঁতো সাৱধান।

কুশ—ধৰঁা ভাই ( তত্তালিকে দুয়ো দুয়োটা বধীয়াৰ হাতত পাক মাৰি ধৰে ) বধীয়া দুটা নিৰুপায় হয় )

লৱ-কুশ—ক'বিনে ? ক'বিনে ? আৰু বাৰ ক'বিনে ?

বধীয়াহঁত—নকওঁ ঔ, নকওঁ ঔ—নকওঁ।

কুশ—যা এতিয়া, কাক গোচৰ দিয়, দি থাকগে।

১ম ৰখীয়া—( আঁতৰি গৈ ২য়ক ) বন্দী তেজখোৱা, তোৰ পৰাই হৈছে এইবোৰ আলৈ-আহুকাল।

২য় ৰখীয়া—নিজৰ মুখ আগলিকা—তাক হ'লে নেদেখ।

( দুয়ো ৰখীয়াৰ প্ৰস্থান )

কুশ—ৰজাৰ নগৰৰ মানুহবোৰো এনে অভদ্ৰ।

লৱ—যি ঠাইত সদায় ধনৰ লীলাখেলা তাত বেয়া গুণ সৰহ; কথাদেৰে কোৱা শুনা নাই নে?

( শত্ৰুঘ্ন আৰু ৰখীয়াহঁতৰ প্ৰৱেশ )

শত্ৰুঘ্ন—বাছাহঁত, কোন তোমালোক?

কুশ—আমি এই তপোবনৰে ল'ৰা।

শত্ৰুঘ্ন—( খন্তেক চাই থাকিল )

কুশ—কি চাইছে?

শত্ৰুঘ্ন—তোমালোক ঋষি-সন্তান?

কুশ—হয়।

শত্ৰুঘ্ন—তোমালোকৰ হাতত ধনু-শৰ কিয়?

কুশ—আমি বেদো পঢ়োঁ, ধনু-কাঁড়ো মাৰোঁ, খেতিও কৰোঁ, গৰুও ৰাখোঁ।

লৱ—সূতাও কাটোঁ, কাপোৰো বওঁ।

শত্ৰুঘ্ন—ভাল কথা। বাৰু আমাৰ ঘোঁৰাটো বান্ধি থৈছাহঁক কিয়?

লৱ—আমাৰ ফুল পুলি নষ্ট কৰিলে দেখি।

শত্ৰুঘ্ন—ঘোঁৰা-গৰুৱে সময়ত, শস্য-সাৰ নষ্ট কৰেই।

লৱ—তেন্তে, মানুহেও শিহঁতক বান্ধেই।

শত্ৰুঘ্ন—( ৰথীয়াক ) যা, ঘোঁৰা মেলি আন।

লৱ—এই, নৈমেলিবি

শত্ৰুঘ্ন—বালক !! ( খৰ লাগি ঢেকুলৈ চালে )

কুশ—বীৰ !!

শত্ৰুঘ্ন—সামান্য বালকৰ ইমান সাহ

কুশ—বালক ওপজোতেই সাহিয়াল। ভয়াতুৰ যদি হয় বৰৰ শিকনিতহে।

শত্ৰুঘ্ন—যজ্ঞৰ ঘোৰা বান্ধিবলৈ বীৰ হ'ব লাগিব, বজা হ'ব লাগিব ; জানা ?

কুশ—তেনেহলে আমাকো বীৰ বুলিয়েই ধৰক।

শত্ৰুঘ্ন—জানানে মই লৱণ দৈত্য-হন্তা।

কুশ—আমি তেন্তে হ'ম দৈত্যহন্তা-হন্তা ?

শত্ৰুঘ্ন বালক, ধৈৰ্য্যৰ সীমা উলঙ্ঘিবলৈ ইচ্ছা কৰা নাই দেখিয়েই অন্ত পৰ মই ক্ষান্ত হৈ আছো।

কুশ—ই আপোনাৰ ধৈৰ্য্যই, নে ভয়েই—আমিও অৱশ্যে ধৰিব পৰা নাই।

শত্ৰুঘ্ন—( ডাঙৰকৈ ) বালক !! চাওঁ বাক মই নিজে ঘোঁৰা মোকোলাই আনো। ( বেগাই প্ৰস্থান )

কুশ—সাৱধান বীৰ। ইচ্ছা হ'লে যজ্ঞৰ ঘোঁৰা খুজি নিয়ক—তথাপিতো মোকোলাই নিনিব।

লৱ - আমাৰ গাত দোষ নিদিব বীৰ। এই, ধনুত কাঁড় জুৰিলো।

( প্রস্তুত হৈ দুয়ো পাচে পাচে খেদি গ'ল )

১ম ৰথীয়া—হেৰ' এই দুটা মানুহৰ পোৱালী নহয় ঐ, যমৰ পোৱালী।

২য় ৰথীয়া—হেৰ' চাচোন চা, ঘোঁৰা মেলিব খোজোতেই যুবৰাজক কাঁড় মাৰি ককাল খুৱাই পেলালে।

১ম ৰথীয়া— হেৰ' পলা পলা—ক'ৰবাত চকুৰে মুখে যাব এতিয়া।

( তৰা-নৰা ছিঙি গুচি গ'ল )

২য় ৰথীয়া—( ভয়ত বিমোৰ হৈ ) ঐ মই কলৈ যাওঁ ? ইফালেও কাঁড়, সিফালেও কাঁড়। ( কাঁড়ৰ সোসোৰনিত, আক ভয় খাই ) ঐ মৰিলোঁ। ( আনহাতে ঘূৰি ) ঐ মৰিলো। ( চুচৰি যোৱাদি গুচি গ'ল )

( ঋষি বালক-বালিকাহঁতৰ গীত গাই গাই প্ৰবেশ )

গীত

গৰজে গগনে গৰজে পৱনে
উজলে সঘনে বিজুলী-ৰেখা।
সেনা শত শত ক্ষত বিক্ষত
নাই যে লেখ, নাই যে লেখ।
শৰে শৰে শৰে কৰে কটাকটি
খৰতৰ বেগে বাজে থাকি থাকি
ঘনে শৰাসন
বাজে ঠন্ ঠন্
ৰক্ত বক্তে ধৌত দেশ।

উজাৰি উফাৰি উগাৰি বিদাৰি
জ্বলিছে অনল ভেদি গিৰি বাৰি
কঁপে থৰ থৰ
দানৱ অমৰ
ভীতিগ্ৰস্ত ত্ৰস্ত বেশ ॥

# চতুৰ্থ অঙ্ক

## প্ৰথম দৃশ্য

কক্ষ

( আসনত স্বৰ্ণ সীতা সজোৱা আছে )

উৰ্ম্মিলাৰ গীত

নালাগে মাত্তিৰ নিদিওঁ আমনি
শুনা যদি মোৰ বীণনি পান।
( মোৰ ) বীণা ভাগি গ'ল ভাগিল ৰাগিণী
আছে মাথো কঁপি আকুল তান ॥
এই নয়নৰ দুটি কোণে কোণে,
হাঁহিছিল তৰা হাঁহিছিল জোনে।
প্ৰাণে নেহাঁহিলে সোণে কি হাঁহিব,
এৰিব নে দুখ অভিমান ॥

( গীতৰ মাজতে তাঁৰ কাপোৰ উদঙাই মূৰ্ত্তিখনিত ফুলৰ মালা পিন্ধায় )

উর্ম্মিলা— সতীত্বৰ হিমমূৰ্ত্তি, হেমৰ প্ৰতিমা,
নালাগে মাতিব এই প্ৰাণৰ ভনীক।
কাৰো কৰিছো দেৱী,
শত কাকুতিতো
মৰমে নপমে যেন
নীৰৱ নিস্পন্দ এই
ধাতুময় হৃদয় তোমাৰ।
মাতিলে জানোচা,
অযোধ্যাৰ ঘৰে ঘৰে
সাৰ পাব সন্দেহৰ দৃষ্টিয়ে পুনৰ।
মুতুলিবা নয়নত বিজুলী চঞ্চল,
মুফুলাবা বদনত অমল কমল,
নাঁকিবা লেখনী লৈ
সুবৰ্ণ লঙ্কাৰ
অতীত, ভীষণ সেই স্বপ্ন নিদাৰুণ।
আছে যদি প্ৰাণ এই হেম-প্ৰতিমাত
নালাগে সি প্ৰাণে
ভনীটিৰ বিলাপত টুকিব লোতক,
উচুপি নিচুপি দিব
হিয়া ভগা প্ৰিয় সন্নিধান।

(লক্ষ্মণৰ প্ৰবেশ)

আহিছানে নাথ,

'বৌদেৱ' বুলি, মিঠা ছলনাৰে
প্ৰৱঞ্চি সতীৰ হিয়া
বিসৰ্জ্জন দিবলৈ
তমসাৰ তামস পাৰত ?

লক্ষ্মণ—আঃৰা, আঃৰা প্ৰিয়ে,
অচেতন সতীত্বৰ পবিত্ৰ প্ৰতিমা।
চকুত পৰিলে
শৰীৰ শিহৰি উঠে,
শতেক ধিক্কাৰ বাজে
লক্ষ্মণৰ বজ্ৰ হৃদয়ত।
চোৱা প্ৰিয়ে,
লক্ষ্মণৰ নিৰ্দ্দয়তা দেখি
সেই দিন ধৰি,
উপাই সধৱা শিৰ
কৰা নাই সেন্দুৰে উজ্জ্বল,
সন্ধিয়াৰ গধূলি গোপালে
মূৰ দাঙি চোৱা নাই
প্ৰাণৰ আৰাধ্য চন্দ্ৰলৈ,
দুখ ভৰা অন্তৰেৰে,
কুমুদিনী কান্দি আছে
সৰসীৰ নীৰস বুকুত।
সোৱা আহিছে দাদা,—

আৰবী আৰবী প্ৰিয়া,
প্ৰতিমাত চকু পৰি
নিদিবা দাদাক হ'ব
চন্দ্ৰে আকৰ্ষণ কৰা
বিশাল বাৰিধি যেন
অধীৰ, চঞ্চল।

ঊৰ্ম্মিলা—আৰবিলো নাথ।
কিন্তু খাটিছো পুনৰ,
জনাবা ভক্তিৰে
অযোধ্যাৰ পালক প্ৰভুক—
সীতাক বনত থৈ
চিতাত নদহে যেন
শত শত সবলা সতীক।

লক্ষ্মণ—ভাবিছানে দেবী,
নেখাটি নীৰৱে আছে
সীতা-হিতকামী এই
লক্ষ্মণ তোমাৰ ?
কিন্তু, কি কৰিম ?
শত কাকুতিৰ এটি আখৰেও
পৰা নাই পৰশিব
প্ৰজা-প্ৰীতি-ব্ৰতী, দৃঢ় চিত্ত শ্ৰীৰামৰ।

(ঊৰ্ম্মিলাৰ প্ৰস্থান)

(আন কালৰ পৰা ৰামচন্দ্ৰৰ প্ৰবেশ)

রাম—ভাই লক্ষ্মণ,
কোন কুক্ষণেত,
অশ্বমেধ যজ্ঞ-ব্রতী হ'লো?
লক্ষ্মণ—বুঝা নাই দাদা।
রাম—ভাই,
যজ্ঞাশ্বর অনুগামী
নাই আর শত্রুঘ্ন ধরাত।
লক্ষ্মণ—কোন রাহু আহি
তিলে তিলে গিলিছেহি
অযোধ্যার ভাগ্য দিবাকর? উঃ!!
( ভরতর প্রবেশ )
ভরত—লক্ষ্মণ, নিকুম্ভিলা জয়ী বীর,
ধৰা বীর বেশ;
পুনর বিচারি লোৱা
সুবর্ণ লঙ্কার সেই কালোচিত
অদম্য বিক্রম।
আহাঁ, যাওঁ এইবার
দুয়ো ভাই, ভরত-লক্ষ্মণ;
চাওঁ, কোন সেই
ভ্রাতৃ-হন্তা, ঋষির সন্তান।
লক্ষ্মণ—দাদা,
অযোধ্যার রাজলক্ষ্মী; সতীর জগতে

অযোধ্যাৰ গৌৰৱ ৰবিয়ে
বুৰ দিছে কাল সাগৰত।

ভৰত—আকৌ শুনোৱাঁ সেই
অক্ষত্ৰিয়, অনাৰ্য্যৰ, ক্লীৱৰ বিলাপ।
সোঁৱৰা লক্ষ্মণ,—
ভ্ৰাতৃ-বধী অৰাতিৰ
তপ্ত শোণিতেৰে
এতিয়াও কৰা নাই
সূৰ্য্যবংশী বীৰৰ তৰ্পণ।
বিলাপৰ কাল ব্যাপ্ত
মৰণ পৰ্য্যন্ত
প্ৰতিশোধ-কাল কিন্তু
আজি গ'লে নাই।
( ৰামৰ ওচৰত আঠু লৈ )
দাদা,
আশীৰ্ব্বাদ কৰা।
শত্ৰুক নিদলি
নিবেদোহি আহি যেন
বিজয়ৰ আনন্দ সংবাদ।

ৰাম—কৰোঁ আশীৰ্ব্বাদ উভয়কে

( সেৱা কৰাই ভৰত লক্ষ্মণৰ প্ৰস্থান )

ৰাম—( স্বৰ্ণসীতাৰ আৱৰণ দাঙি, বহুতপৰ তধালাগি চাই থাকি)
হেমময়ী, চিন্ময়ী প্ৰতিমা

এবাঁ অভিমান,
মাতা, মাতা এটিবাব
দিয়া উপদেশ
অশ্বমেধ-ব্রতী এই
বামক তোমাব।

(বশিষ্ঠব প্রবেশ)

বশিষ্ঠ—বঘুমণি, অযোধ্যাব পতি,
বাজনীতি-বিচক্ষণ তুমি।
দুর্ব্বলতা বৰাঁ পবিহাব।
চিন্তা পবিহবি
শিক্ষা মাত্র, লোৱাঁ অতীতব।
ক্ষত্রিয় সন্তান,
ধৰাঁ ধৈর্য্য, হোৱাঁ স্থিব—
উপস্থিত সঙ্কট ক্ষণত।

বাম—গুৰুদেৱ,
বাজনীতি নালাগে বামক,
কাঢ়ি নিয়া,
বাজদণ্ড, বাজ-সিংহাসন,
এই, এই মোব (মূৰ্ত্তিব ওচব পাই)
প্রিয়াব প্রতিমা খনি
বাদ্ধি হৃদয়ত—
অযোধ্যাব সীমা লঙ্ঘি,

গহন বনত পশি,
কেতেকীৰ দৰে
"জানকী, জানকী" বুলি
সকরাওঁ জৰ্ জৰ্
ফুল-কলি-পাত।

( অধীৰ হৈ মূৰ্ত্তিখনত সাৱট ধৰিলে )

বশিষ্ঠ— ৰাম, ৰাম,
ধৈৰ্য্য ধৰা,
কুল গুৰু, বশিষ্ঠৰ শুনা উপদেশ।

( ৰামৰ বাহুত হাত দিয়ে )

## দ্বিতীয় দৃশ্য

নগৰীয়া বাট।

( তিনিজন নগৰীয়াৰ কথা পাতি পাতি প্ৰৱেশ )

১ম নগৰীয়া—যুঁজলৈ যোৱাটো উপজি পুৱাতে শুনিলো। পাচে ঘূৰি আহিলনে নাই?

২য় নগৰীয়া—গৈয়েই যদি ঘূৰি আহে—যুঁজ কিহৰ? যক, ফেৰ পাতক, ধনুশৰ উলিয়াওক, কাঁড় মাৰক, কটা-ছিঙা কৰক, তেহে যুঁজ ভাগিব।

৩য় নগৰীয়া—হয়েই! ভাতৰ পাতত বহিলেই খোৱা হয় নে? সানা, কেনেকৈ, চোবোৱা, গিলা।—তেহে ভাত খোৱা।

১ম নগৰীয়া—লাগিল এওঁ ভেশ্মৈ়ঠাগিত। বাক সৌৱা হলায়ুধ দেউ আহিছে। ব'বা 'ভেৰেত্তক সোধোঁ। দেউ, নমস্কাৰ।

(হলায়ুধৰ প্ৰবেশ)

হলায়ুধ—কুশলে থাকা মোৰ সোণহঁত।

১ম নগৰীয়া—পাচে বাতৰি কি?

হলায়ুধ—কিনো বাতৰি সুধিছ বোপাইহঁত? ভাবিছিলো অশ্বমেধ যজ্ঞ হ'লে অলপ ধন-সম্পত্তিৰ মুখ-পা দেখিম, পাচে আলচা কথা নহয় সিধি, বাটত আছে কণা বিধি।

১ম নগৰীয়া—কেনেকৈ?

হলায়ুধ—চাচোনহঁক, বাক শত্ৰুঘ্নৰ নিচিনা প্ৰতাপী বীৰ জনো চেলি-ভেলি-তেভেলি হ'ব পায় নে? এতিয়া, পুৱা যোৱা ছুজনৰ বা কি?

২য় নগৰীয়া—দেউৰ পাচে ছয়োফালে হানিৰ ঘৰলৈ নেযায়। যুঁজত জিকিলেও অশ্বমেধ যইগু, আকৌ কিবা এটা হ'লেও—দহা-কাজ।

হলায়ুধ—মিছা বোপাই, মিছা। যজ্ঞ পাতিলে আটায়ে পাব; দহা-কাজ হ'লে পুৰোহিতবহে। 'পামৰ, গালৈকে সামৰ।'

৩য় নগৰীয়া—ওঁ, হওঁতে দে'ৰেও কথাটো নিছে এধালে দেই।

হলায়ুধ—নহয় জানো?

৩য় নগৰীয়া—কেলেই নহয়!

১ম নঃ—কেলেই হ'ব? যইগু হ'ব কেইদিন? আক দহা-কাজ

কিমান দিন? তিলনি, দহা, কাজ, মাহেকীয়া, মাহিলি দিয়া পিণ্ড, তিনিপখী, ছমহীয়া, বছেৰেকীয়া……

২য় নঃ—আকৌ পুহকৰ?

৩য় নঃ—ওঁ, হওঁতে সিও মিছা নহয়। পেলাইছে এবৈা কথাটো এটা বাটত।

১ম নঃ—বাক দেউ, যুজ কৰা কেইটা হেনো ল'ৰা মানুহ; হয়নে?

হলায়ুধ—শুনিছো।

২য় নঃ—মাটি মাহৰ গছৰ পৰা পৰি নমৰে যদি সিইঁতো আগলৈ হ'ব একোটা।

১ম নঃ—কি ল'ৰা বা সিইঁত?

হলায়ুধ—কোনোৱে কৈছে ঋষিৰ ল'ৰা, কোনোৱে কৈছে বজাৰ ল'ৰা, কোনোৱে কৈছে অসুৰৰ ল'ৰা; আমি আক শুনিছোঁহে দেখা।

২য় নঃ—বুইছে দেউ, তেহেলৈ যাৰে ল'ৰা হক; সিইঁতক ধৰি আনি তপত সঁৰাহেৰে মঙহ আজুৰি আজুৰি মাৰিব লাগে, তেহে যদি এশিকনি পায়।

১ম নঃ—যোৱাঁচোন তুমিয়েই ধৰি আনাগৈ। সঁৰাহেৰে লাগে ময়ে চেপিম। কি কয় দেউ?

হলায়ুধ—ভাল শুনছো আক ক'ম কি?

২য় নঃ—তুমি জানো বজাক কৈ মোক সেনাপতি পতাই দিব পাৰিবা? পাৰাঁ যদি ময়ো যাম।

১ম নঃ—অ' সেনাপতি পাতিলে যুজ কৰাঁ; সেনা হ'লে হলে নকৰাঁ।

২য় নঃ—ওঁ তো। সেনাপতি হ'লে নাম আছে; সেনা হ'লে কিটো আছে?

হলায়ুধ—গোট দেশখনকে এইটো ৰোগে পালে। ৰৰটো হ'বলৈ পালে আটায়ে দেশৰ হিত চিন্তিব পাৰে কিন্তু সৰুটো হৈ কেৱেঁ নিচিন্তে।

২য় ন—সৰুটোৰ যে নাম নাই দেউ।

হলায়ুধ—উত্তম কলাঁ। পাচে সোণাই, যি ৰৰটো পাতি দিলে দেশৰ হিত চিন্তা কৰিম বুলি নিজ মুখে কয় তাক ৰৰ পাতি দিয়াতকৈ, চোৰক মাতি আনি ৰৰ পেড়াৰ সঁচাৰ কাঠিটো দিবা। ( প্ৰস্থান )

৩য় নঃ—হওঁতে দেউৱেও কথাটো খুৱাইছে এপাকে দেই।

সকলোৱে—অ' দেউ, দেউ, শুনকচোন।

( সকলোৰে প্ৰস্থান )

## তৃতীয় দৃশ্য

### তপোবনৰ আন এভাগ।

( কুশ লৱ আৰু ব্ৰহ্মচাৰী বালকৰ প্ৰৱেশ )

কুশ—আকৌ যেন আঁতৰত হাই উকমি শুনিছো।

বালক--( কাণ পাতি ) মই হ'লে একো শুনা নাই।

লৱ—ফাগুনৰ গান শুনে কুলিয়ে, বাৰিষাৰ ঢোল শুনে ভেকুলীয়ে।

বালক—আৰু তুমি শুনা ?

লৱ—আমি শুনো ৰথৰ ঘৰ্ঘৰণি, সেনাৰ দপ্দপনি, ধনুৰ জন্জননি।

বালক—কিয় ?

লৱ—আমি যে ভাল পাওঁ যুদ্ধ।

( কাউৰী পাখি, কুকুৰাৰ পাখি, কটাকানি গাত আঁৰি লৈ বলিয়াৰ বেশেৰে দীনদাসৰ প্ৰবেশ )

দীন—আঁতৰি যোৱাঁ, কোন ক'ত শুচি জাতৰ মানুহ আছা বাটৰ পৰা আঁতৰি যোৱাঁ। মই ছুৱা, মই অশুচি, মই পাপ আহিছো। সাৱধান, মোৰ ছাঁ দেখে গা ধুব লাগিব। গোবৰ পানী খাব লাগিব।

কুশ—কোন তুমি ?

দীন—আকৃতিত নৰ, প্ৰকৃতিত বলিয়া।

লৱ—কেনেকৈ বলিয়া হ'লা ?

দীন—সৌৱা, সৌৱা দণ্ডকাৰণ্যৰ মাজত মোৰ পিতাই তপস্যা কৰিছে ; সৌৱা মৃত সন্তান লৈ ৰজাৰ ওচৰত ব্ৰাহ্মণ আহি উপস্থিত হৈছে ; সৌৱা পিতাই তপস্যা কৰাৰ দোষত ৰাজ্যত ব্ৰাহ্মণৰ মৃত্যু ঘটিছে বুলি ৰজাই মোৰ পিতাৰ শিৰশ্ছেদ কৰিছে—সৌৱা মই আগতে চাই আছো। মই পিতাৰ পুত্ৰ !! হাঃ হাঃ শ্ৰাদ্ধ নকৰাকৈয়ে সাৰিলো। কোনে ধন ভাঙে ? কোনে ব্ৰত কৰে ?

কুশ—তোমাৰ বৰ্ণ কি ?

দীন—ক'লা, মেচ্ মেচ্ কৰে ক'লা ।

কুশ—নহয় নহয়, তোমাৰ জাতি ?

দীন—হাঃ হাঃ হাঃ মই অনাৰ্য্য ।

লব—তোমাৰ পিতাবাক কটা ৰজাজনৰ নাম ক'বা নে ?

দীন—ক'লে কি কৰিবা ?

লব—তোমাৰ পিতৃ-হত্যাৰ বাবে সুযোগ পালে তেওঁক শিক্ষা দিম ।

দীন—দিবা ? দিবা ? তেওঁ যে ৰজা, ডাঙৰ ৰজা ।

( সুৰ লগাই )

শ্ৰীল শ্ৰীযুত বৰ ৰজা ।

( হঠাতে হাঁহি হাঁহি গুচি গ'ল )

কুশ—দেখিছা, ৰজাৰ উদ্ধতালি দেখিছা ? ( বালকক ) হে'বা আমি আহোমানে তুমি ঘোঁৰাটো বাখি থাকিবা দেই । ভয় কৰিবানে কি ?

বালক—কেলেই কৰিম ?

কুশ—ভয় কৰিছা যদি হোৱা—মোৰ এই ধনুখনে, এই নিদ্ৰাবাণ পাটে লৈ থাকা । কোনোবাই ঘোঁৰা মেলিবলৈ আহিলে প্ৰথমতে ভালেৰে কৈ হাক দিবা ; নুশুনিলে দাবি দিবা ; সিমানতো নুশুনিলে এই কাঁড়পাট মাৰি দিবা । পাৰিবা নহয় ।

বালক—পাৰিম।

লৱ—আমি এতিয়া যাওঁ দেই।

বালক—যোৱাঁ।

( কুশ-লৱৰ প্ৰস্থান )

( আবৃত্তি কৰি ) প্ৰথমতে ভালেৰে ক'ম ; নুশুনিলে হাক দিম ; তেওঁ নুশুনিলে মাৰি দিম কাঁড়—কোঁ ওঁ ওঁ।

( হনুমন্তৰ গদা হাতত লৈ প্ৰবেশ )

( হনুমন্তক এচুকত মনে মনে থিয় দি থকা দেখিয়েই ব্ৰহ্মচাৰী লৰাই ভয়ত অভ্ৰাহি হৈ "খালে ওঁ" বুলি ধনু পেলাই চিঞৰ মাৰি এজোপা গছত গৰা মাৰি ধৰে। )

হনুমন্ত—ভালেই হ'ল। এই চলতে ঘোঁৰাটো মেলি লৈ গুচি যাওঁগে।

(প্ৰস্থান )

বালক—( কঁপি কঁপি, সেহাই )

ল—ল—লৱ! অ'—কু—কুশ!

ঘোঁৰা, ঘোঁৰা।

( হনুৰ পুনৰ প্ৰবেশ )

হনু—( ল'ৰাটোৰ ওচৰ পাই ) ঘোঁৰাটো ক'ত আছে ?

বালক—ল লৱ লৱ হে।

হনু—কি লৱ্ লবাইছ ? ঘোঁৰা ক'ত ?

(ধমকৈ) ঘোঁৰা ক'ত ?

বালক—লৱ।

হনু—ভয় নাই। তোক একো নকৰো।

লাগে মই দাঙ্গি লৈ যাওঁ তোক ;

ঘোঁৰাটো দেখুৱাই দে।

( ল'ৰাটোক, গছৰ গাৰপৰা ধৰি আনি এখন হাতেৰে তাৰ ভৰিত ধৰি ঠৰঙ্গাকৈ ল'লে। লৰাটোৱে ভয়ত চকু মুদি মৰভাও জুৰিলে )

ঘোঁৰা ঘোঁৰা ক'ত।

( বেগাই কুশ লৱৰ প্ৰবেশ। কুশই আহিয়েই নিজৰ ধনুখন হাতত লয় )

কুশ—কোন তুমি ?

হনু—মই ল'ৰা মৰা যম।

কুশ—সাৱধান, যদি কান্ধত মূৰ থাকিব লাগে—বেগতে তেওঁক নমাই থোৱা।

হনু—হয়নে ? ইমান তেজ নে তহঁতৰ ? ৰ'বি কেউটাকে ( কৃত্রিম চেষ্টা কৰি ) জড়পূৰকৈ বান্ধি নিওঁ। ( ল'ৰাটো নমাই থৈ লতা বা জৰী বিচাৰিবলৈ ধৰিলে )

লৱ—এইখন আপচু মুখেৰেই সিমানলৈ আশা কৰিছানে ?

কুশ—এই চাই ল—

ঋষি ল'ৰাৰ তেজ।

কাঁ মাৰি হনুমন্তক বিতত কৰে। মস্তেক বুজি সেহত মূৰ ঘূৰোৱা ৰোগীৰ দৰে মূৰত ধাৰ ঘূৰি ঘূৰি—কৰ্ফাল খাই গৈ হনুমন্ত এদাঁতত পৰে )।

লৱ—দেখিলি মলুৱা, ল'ৰাৰ মহত্তালি দেখিলি ? শুই থাক এতিয়া—কল পকিলে জগাই দিম।

( ৰামচন্দ্ৰৰ ধনু-শৰ লৈ প্ৰবেশ )

ৰাম—নেভাবিবা তপস্বী বালক,
সঙ্গীৰ বিপত্তি দেখি
নৃপতিয়ে ত্যজিব সমৰ।

কুশ—মহাৰাজ, অধিককৈ গৰ্জ্জা মেঘে বৰষুণ দিব নোৱাৰে।

ৰাম—(ধনু হাতত লৈ হঠাতে কুশ লৱৰ মুখলৈ চাই থিৰ দিলে।)

লৱ—কি ভাবিছে মহাৰাজ?

ৰাম—বুলিছো তপস্বী কিন্তু
শৰীৰত বয় তেজ
অনা-তপস্বীৰ।

কুশ—বুকু ধপ্‌ধপাইছেনে কি মহাৰাজ?

লৱ—নহয় হে। তপস্বীক বধ কৰিলে কিমান পুণ্য হ'ব তাৰ লেখ কৰিছে।

কুশ—অ' হয়েই নাই। মই পাহৰিছিলো। মহাৰাজ, আমাক লুকাই শৰ মাৰি বধিবনে, তপস্যা কৰোতে ঘাপ মাৰি বধিব?

ৰাম—উদ্ধত বালক।
সাক্ষী হ'বা দেৱকুল,
যক্ষ ৰক্ষ গন্ধৰ্ব্ব কিন্নৰ,
শিশু বুলি আততায়ী
ক্ষমাৰ্হ নহয়।

কুশ—এৰা, এতিয়াহে ভাল শুনিছো। ( চমুলৈ চাই ) মজুৰা,

আমাৰ সাক্ষী আৰু তুমিয়েই হে। আহক মহাৰাজ, তপস্বীৰ বিদ্যা চাই লক।

ৰাম—বালক, মই দোষৰ বহিৰ্ভূত। আহাঁ।

( যুদ্ধ কৰি কৰি তিনিওৰো প্ৰস্থান )

হনু—( উঠিবৰ চেষ্টা কৰি বিফল হৈ )

উঃ কি অদ্ভুত বাণ!
আকাশ-পাতাল যেন
এতিয়াও ঘূৰি আছে
শূণ্য ভেদী বিমানৰ দৰে।
( মাটিত পৰি ) প্ৰভু মোৰ,
হেলাৰে সমুদ্ৰ লঙ্ঘি
আজি জানো বুৰ যোৱাঁ
ক্ষুদ্ৰ গোখোজত

( দুৰ্ম্মুখৰ প্ৰবেশ )

দুৰ্ম্মুখ—উঃ!! বালকৰ বলবীৰ্য্য দেখি
কঁপিছে অন্তৰ ঘনে ঘনে।
কয় যেন কোনোবাই
'ৰাম নাম লুকাব অচিৰে'।
( হনুক দেখি ) ই কি?
মহাবীৰ পৱন-নন্দন!
উঠা, উঠা বৈষ্ণৱ-তিলক,
শ্ৰীৰামৰ চিৰসঙ্গী বীৰ

শিক্ষা দিয়া অবাতিক
বাম নাম কৱচৰ বলে।
লঙ্ঘিছিলা অসীম সাগৰ,
আনিছিলা পৰ্ব্বত উভাৰি
দহিছিলা স্বৰ্ণ লঙ্কাপুৰী
সাধিছিলা অসাধ্য অপাৰ ;
কিন্তু আজি, কোন কুমন্ত্রৰ পৰশত
বীৰৰ বিক্রম হেৰুৱাই
পৰি আছা ছুৱালৰ দৰে ?
হনু—( মাত্র মূৰ দাঙি ) বন্ধু মোৰ,
হেৰাল দেহৰ শক্তি
গজভুক্ত কপিত্থৰ দৰে।
উঃ ( মূৰ পেলালে )
দুৰ্ম্মুখ—ভাগ্য অযোধ্যাৰ।
জগতৰ শ্ৰেষ্ঠবীৰ
মাৰুতিও পৰাজিত শিশুৰ হাতত।
( আঁতৰলৈ চকু দি )
সোৱা, সোৱা
বাণে বাণে ঘন সংঘৰ্ষণ
জ্বলে যেন আগ্নেয় পৰ্ব্বতমালা
লহ লহ শত জিহ্বা মেলি।
( আৰু চকু দি )

প্ৰভু, প্ৰভু, অযোধ্যা বন্ধন
কি কৰিলা?
অশ্বমেধ যজ্ঞৰ ছলেৰে
আত্মাহুতি দিলাহি শেহত।
ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ
কোন আছা ৰক্ষা কৰাঁ
অসহায় প্ৰভু শ্ৰীৰামক।

( বেগাই প্ৰস্থান )

( হাঁহি হাঁহি কুশ-লৱৰ প্ৰবেশ )

কুশ—ৰজাৰ পাচত আৰু কোনো নাহে। এওঁতেই শেষ। ব'লা, এতিয়া আৰু আইক বাতৰি দিব পাৰিম। অ' ৰজাৰ গাৰ এই অলঙ্কাৰবোৰো আইক দেখুৱাব লাগিব দেই।

লৱ—হে'ৰা, এই মলুৱাটোকো আইৰ ওচৰলৈ লৈ যাওঁচোন।

কুশ—কেনেকৈ নিবা? বৰ গধুৰ হ'ব নহয়।

লৱ—জৰী লগাই চোঁচোৰাই নিম। ব'বা, ব'বা জৰী আনো।

( প্ৰস্থান )

কুশ—এই মলুৱা, উঠ উঠ ( গাত চপৰিয়ায় )।

( জৰী লৈ লৱৰ প্ৰবেশ )

কুশ—আয়ে দেখিলে বৰ বং পাব, নহয়নে?

লৱ—পাবতো। আয়েনো ইয়াক কিমান মৰম নকৰিব?

( হনুৰ ছুভৰিত ছুডাল জৰী বান্ধি )

কুশ—একেলগে টানিবা দেই। ই উদা-মূলা গধুৰ নহয়!

লৱ—( টানি টানি ) আহ মলুরা আহ।

কুশ—সীতা আয়ে কল দিব,

লৱ—বাকলি নাই খাহ॥

( সীতাৰ নাম লোৱা মাত্ৰকে হনুমন্তই মুৰ দাঙি চায় আৰু মুখত আনন্দ পোৱাৰ ভাব দেখুৱায় )

( লৱ-কুশৰ নাম )

আহ মলুরা আহ।

সীতা আয়ে কল দিব,

বাকলি নাই খাহ॥

( হনুমন্তক চোচোৰাই লৈ প্ৰস্থান )

—০:*:০—

## চতুৰ্থ দৃশ্য

তপোবনৰ আন এভাগ

সীতা—( জ্বলন্ত চিতা প্ৰদক্ষিণ কৰি কৰি )

চিন্তয়েৎ পুৰুষমব্যক্তং

হেমবৰ্ণ সমপ্ৰভং

ললাটে সোম বিজ্ঞেয়ং

চক্ষুৰাদিত্য সম্ভবং॥

( কুশ-লৱৰ বেগাই প্ৰবেশ )

কুশ—আই, আই কি কৰিবলৈ জুই ধৰিছা?

সীতা—ক্ষত্ৰিয় সন্তান,
আশ্ৰমৰ শিক্ষা পায়ো
ৰজো গুণ নোৱাৰিলি
ধুব অন্তৰৰ ।
দয়া নাই, মায়া নাই
পিতা-পুত্ৰ-জ্ঞাতি-বন্ধু নাই
হাতত পৰিলে ধনুৰ্ব্বাণ
বিবেককো দিয় বিসৰ্জ্জন।
থাক সুখে শৰাসন লৈ
অনাথিনী জননীয়ে
জীৱন আহুতি দিব জ্বলন্ত অগ্নিত ।

লৱ—আমি কাৰে থাকিম আই ?

কুশ—আমাৰ দোষ হ'ল আই।

( হনুমন্তৰ প্ৰৱেশ )

হনু—আই, আই
নিষ্ঠুৰ হৃদয়ো দ্ৰৱে
শুনি দুটি অনাথৰ
কাকু-কাতুৰ্ব্বাদ ।
কি বুলি বুজাম জগ-মাতা ?
আশীৰ্ব্বাদ দিয়া—
যি মুখে সুমালো অগ্নি
স্বৰ্ণ লঙ্কা দাহী

সেই মুখে গ্রাস কৰো
জ্বলন্ত জীৱন্ত এই দীপ্ত হুতাশন ;
দহক হনুৰ হিয়া
সৰ্ব্বদংশী দেৱ বৈশ্বানৰে—
তথাপিও মাতৃ মোৰ
নমছিবা সতী সীতা নাম ।

সীতা—হে' মহা বৈষ্ণৱ,
মাতৃ হৈ কৰো অনুৰোধ
নাবাধিবা গতি জানকীৰ ।
ভাবি চোৱাঁ,
স্বামী ইষ্ট, স্বামী গুৰু,
স্বামী হোম-ধ্যান,
স্বামী স্বৰ্গ, স্বামী ধৰ্ম্ম,
ৰমণীৰ জীৱন কল্যাণ—
সিহেন স্বামীক হেৰুৱাই
আৰু কি ভুঞ্জিম ভোগ
সৰ্ব্বশূন্যা ধৰাৰ কোলাত ?
( লৱ কুশক ) আহ পিতৃবাতীহঁত,
জানকীৰ দুৰ্ভাগ্যৰ বীজ,
শেষবাৰ ইহজন্মলৈ
প্ৰাণভৰি দিওঁ আজি
স্নেহৰ চুম্বন ( ধৰি চুমা দিলে )

হনু মোৰ, প্ৰাণ সম বন্ধু মোৰ
কৰোঁ আশীৰ্ব্বাদ –
ৰাম নামে নেৰক অন্তৰ ।

( প্ৰদক্ষিণ কৰি কৰি ;

চতুঃশ্ৰোত্ৰং দ্বিনাসঞ্চ
ষন্নেত্ৰঞ্চ দ্বিবাসসং
উপবীতং জটামৌলী
নূপুৰং হাড়কুণ্ডসং ... ...
( এই শ্লোক নাগাই পূৰ্ব্বৰ শ্লোক গাবও পাৰে )

বাল্মীকি—(নেপথ্যে) আই জানকী !! ক্ষান্ত হোৱাঁ, ক্ষান্ত হোৱাঁ;

( সশিষ্যে বাল্মীকিৰ প্ৰবেশ )

শিষ্যসকলৰ গীত ।

নালাগে লুকাব আই,
সতী প্ৰতিমা ।
লুকালে অকালে জানো
যাব গৰিমা ॥
ঊষাৰ কপালে শোভে
সধৱা তিলক ।
নমস্তা নমস্তা দেবী
উজলি জলক ॥
জীৱন চানেকি তুমি
ৰমণীৰ পুণ্য ভূমি,
ৰাখা ৰাখা সতী এই
মৃত্যু মহিমা ॥

লৱ—ককাদেৱ, ককাদেৱ, আজিৰ পৰা আমি কাক আই বুলি
মাতিম ?

কুশ—চাওকচোন ককাদেৱ, আমাৰ ওপৰত খং কৰি আয়ে
কি কৰিব খুজিছে ?

বাল্মীকি—ক্ষান্ত হোৱাঁ বাছাহঁত।

সতী মোৰ,
নাৰীকুল জ্যোতি,
যোগৰ বলেৰে বুজি
সকলো ঘটনা
আহিছো তুৰন্তে এৰি
গিৰি চিত্রকূট।
আই,
কাৰ সাধ্য কৰে নাশ
ব্রহ্ম অৱতাৰী এই
অযোধ্যা নাথক ?

লৱ-কুশ—পিতা জীৱ ? আয়ো থাকিব ?

বাল্মীকি—সকলোকে পাবা বাছাহঁত।

হনু—কি বিচিত্র লীলা আজি
দেখুৱালা চক্রী চক্রধৰ॥

বাল্মীকি—যোৱাঁ দেবী,
পুত্র সমন্বিতে।
নিৰলে নির্জ্জনে ৰহি

যোগ আসনত
মন্ত্রৰ বলেৰে,
মূৰ্চ্ছা ভঙ্গ কৰো সকলোৰে।
( শিষ্যসকলক ) যোৱা তোমালোকো।

সীতা—সতীৰ জীৱনদাতা,
হে' যোগেশ্বৰ গুৰু,
কি বুলি জনাম কৃতজ্ঞতা ?
( সেৱা কৰি—লৱ-কুশৰ হাতত ধৰি )
আহ বাছাহঁত,
ভাগ্যে যেন গুৰু ৰূপে আহি
উদ্ধাৰিলে সঙ্কট কালত।
হনু, প্ৰিয় ভক্ত স্বামী দেৱতাৰ,
অজ্ঞান শিশুৰ প্ৰতি
নাৰাখিবা কিঞ্চিতো কৈতৱ।

হনু—( সেৱা কৰি ) আই,
শ্ৰান্তি, ক্লান্তি অৱসাদ
সকলো মধুৰ কৰি
মধু বৰষিলে আজি
পিতা-পুত্ৰ ৰণে।
( সীতা, লৱ-কুশ আৰু শিষ্যসকলৰ প্ৰস্থান )

বাল্মীকি—( হনুমন্তক ) মাৰুতি
গোপনে ৰাখিবা বুলি

বালক দুটিৰ নাম
আৰু জানকীৰ এই
অপূৰ্ব প্ৰয়াস,
সকলোকে ছলে আঁতৰালে
অশ্বমেধ যজ্ঞ মণ্ডপত
নিজে গৈ সঁপি দিম
দুয়োটি পুত্ৰকে শ্ৰীৰামক
আহাঁ, চাওঁ
মূৰ্চ্ছাগ্ৰস্ত সেনা-সেনানীক।

হনু—যিবা আজ্ঞা প্ৰভু।

( দুয়োৰো প্ৰস্থান )
(নেপথ্যে জয় "শ্ৰীৰামৰ জয়" )
( শত্ৰুঘ্নৰ প্ৰবেশ )

শত্ৰুঘ্ন—অচেতন দেখি ক্ষণকাল
নেভাবিবি শিশুহঁত,
পৰাজিত শিৰ লৈ
এৰি যাম সংগ্ৰামৰ স্থলী।
আহ, পুনু কৰিছো আহ্বান

( ভৰত-শত্ৰুঘ্নৰ প্ৰবেশ )

ভৰত—কেনি গ'ল, কেনি গ'ল
তপস্বী বালক ?

লক্ষ্মণ—ঘোৰা
ধৰণীৰ বুকু ছিঙি আনা—

বান্ধি নিওঁ অশ্বৰ লগতে।

(বাল্মীকি, ৰাম আৰু হনুমন্তৰ পুনৰ প্ৰবেশ)

ৰাম—হে' মহৰ্ষি,

কাৰ পুত্ৰ ই দুটি বালক?
কাৰ 'শীলা-শিক্ষা' পাই
ৰাৱণাৰি দাশৰথি সমে
পৰাজিলে তিনিও বীৰক,
পৰাজিলে ভীম-কৰ্ম্মা
বীৰ মাৰুতিকো?

বাল্মীকি—নৰপতি,

এই আশ্ৰমৰে নিৰ্জ্জন কোলাত
লালিত-পালিত সেই
দুয়োটি বালক।
ভয়ত ঢাকিছে মুখ
পৰ্ণ কুটীৰত;
নহ'লে নিজেই
আনিলো হেতেন ধৰি
মগাবৰ বাবে ক্ষমা দান।
অতীত অতীত বুলি
যোৱাঁ বীৰ উদাৰ অন্তৰে;
অশ্বমেধ যজ্ঞৰ কালত
এই দুটি বালকৰ মুখে

শুনোৱাম তোমাৰ মধুৰ লীলা;
অভিনৱ গীতি-ৰামায়ণ।

ৰাম—করুণা দেৱৰ।
আক ৰাৰ নিজে আজি
সন্তর্পণে কৰোঁ নিমন্ত্রণ।

লক্ষ্মণ—ৰামায়ণ গীত!
হে' মহর্ষি,
জানিব পাৰোনে—
কাৰ ৰচনাত
উঠিছে বিশ্বত এই
সুধা সনা গীতৰ ঝঙ্কাৰ?

বাল্মীকি—কুমাৰ লক্ষ্মণ,
যিদিনা দেখিলো সেই
হিমাদ্রিৰ শুভ্র শিখৰত
শৰতৰ দিনকৰে
শতৰেখা বিকীৰ্ণ কৰি
সুষমা-মণ্ডিত ছবি
কৰিছে বিকাশ
পৰিল প্রভুৰ কৃপা
সিদিনা শিৰত;
ভেদি হৃদয়ৰ
যৱনিকা, অন্ধ আৱৰণ

জ্বলিল হিয়াত মোৰ
দীপাৱলি-দীপ্তি মনোহৰ ;
তুলিলো হাতত সিদিনায়
ভক্তিপ্লুতা সোণালী লেখনী ;
ৰচিলোঁ ৰামৰ কীৰ্ত্তি
দান কৰোঁ বুলি—
ভাৰতৰ বাল-বনিতাক
শান্তিৰ অমৃত ধাৰা,
নৱনু নিৰ্ম্মল।
লক্ষ্মণ, লক্ষ্মণ,
পৰম পিতাৰ মোৰ
নহ'লে করুণা—
কোনে পায় কবিত্ব শকতি,
কোনে পায় ভক্তি ৰসময়ী ?
ব্ৰহ্মা কৃপা হি কেৱলম্,
ব্ৰহ্মা কৃপা হি কেৱলম্।

ৰাম—( প্ৰণাম জনাই )
বিদায় মাগিছো দেৱ,
দলে-বলে ভ্ৰাতৃ-সমন্বিতে।
( সকলোৱে বাল্মীকিক প্ৰণাম কৰে )

বাল্মীকি—জয় শ্ৰীৰামৰ জয়।
সকলোৱে—জয় শ্ৰীৰামৰ জয়॥

# পঞ্চম অঙ্ক

## ১ম দৃশ্য

কক্ষ।

[ ৰাম আসনত বহি আছে, লক্ষ্মণ আৰু শত্ৰুঘ্নই থিয় হৈ
পৰিচৰ্য্যা কৰিছে ]

ৰাম—শেষ হওঁ হওঁ অশ্বমেধ।
মনৰ অনল শিখা
তথাপিও হোৱা নাই ম্লান।
আছে শৰতৰ নীলাকাশ
নাই কিন্তু, চন্দ্ৰিকা শীতল ;
আছে উষা, নাই কিন্তু
অৰুণৰ সুষমা সেন্দুৰ ;
পুষ্পিত উদ্যান আছে—
নাই কিন্তু বিহগৰ কলকণ্ঠ গীত।
( দূৰত কুশ লৱৰ গীত )
[ ভাৰত, তোমাৰ কমল বনত
বাজিল বীণাৰ ছন্দ।
বাল্মীকিৰ তপোবনৰ
তুমি হোমৰ গন্ধ। ]

( কাণ দি ) লক্ষ্মণ, লক্ষ্মণ,
আকৌ আনাচোঁ। মাতি
সেই দুটি শিশু কোকিলক।

( লক্ষ্মণৰ প্ৰস্থান )

ৰাম—( স্বগতঃ ) যেন আঁকলি ধৰিম,
যেন হস্তিনীৰ দৰে
শুড়েৰে সাৱটি ধৰি
বুকুত চপাই ল'ম আপোন ভাবেৰে।

( লক্ষ্মণ আৰু কুশ-লৱৰ প্ৰবেশ )
( কুশ-লৱই ৰজাক অভিবাদন জনায়গৈ।
কিবা ভাবি, ৰ লাগি ৰামচন্দ্ৰ চাই থাকিল )

লক্ষ্মণ—( শত্ৰুঘ্নক আঁতৰাই নি কাণে কাণে ক'লে )
এবাৰ এবাৰ ভাই
চোৱাঁচো মিলাই ;
সেই নৱ ঘন জিনি
শ্যাম কলেৱৰ ;
শৰতৰ পূৰ্ণ চন্দ্ৰসম
জ্যোতিৰ্ম্ময় বদন মণ্ডল ;
ললিত বলিত সেই
দুখনি হাতত—
একে জুপি চম্পাকৰ,
ফুলো ফুলো কলি।

শত্রুঘ্ন,
আচম্বিতে তিনি ৰাম
উপস্থিত আহি যেন একেটি কক্ষত।

শত্রুঘ্ন—সঁচা দাদা
ময়ো লক্ষ্য কৰিছো নীৰৱে।

ৰাম—( হঠাতে কথা সুঁৱৰি )
অ' বাছাইঁত
সিঁচাচোন আৰু এটিবাৰ
বাল্মীকিৰ নন্দনৰ
পাৰিজাত ৰেণু সনা
ৰামায়ণ কাব্য গীতাৱলি।

কুশ-লৱৰ গীত—

ভাৰত তোমাৰ কমল বনত
বাজিল বীণাৰ ছন্দ।
বাল্মীকিৰ তপোবনৰ
চুমি হোমৰ গন্ধ॥
সপোন লেখা সপোন ৰেখা
সপোন সনা তান
সপোন দেশৰ সপোন মেঘৰ
সপোন খোৱা বান
ই সপোনৰ ৰেণু সনি, উঠলিব জৰি জৰি
বনে বনে ৰামায়ণৰ মৃদু মধুৰ ছন্দ।

কোনে ধুৰ কাজল চকু কোনে ধুৰ মণি
কোনে নিৰ সপোন দেশৰ সপোন সুধাৰ খনি
অশোক বনৰ সীতাৰ ছবি
আঁকিলে যি অমৰ কবি
বনে বনে বিলাব যি অমল মকৰন্দ॥

(গীতৰ মাজতে আপোন পাহৰি ল'ৰা দুটিৰ গালত মৰমেৰে দুটি টোকৰ মাৰি শেষত প্ৰকৃতিস্থ হৈ ৰামচন্দ্ৰ আকৌ আসনত বহিল।)

ৰাম—মণিমুক্তা দিলো উপহাৰ—
সুছুলে হাতেৰে—
ক'লে 'তপস্বী বালক আমি,
কি কৰিম মণিমুকুতাৰে'।
পৰিচয় সুধিলোঁ সাদৰে
ক'লে বাল্মীকি প্ৰভুৰ
তপোবন বাসী শিষ্য আমি।
মুখত দেখিছো
সূৰ্য্যবংশী আৰ্য্যৰ বক্তিমা,
বাহুত ক্ষত্ৰিয়-তেজ,
প্ৰতিটি অঙ্গতে
ব্ৰাহ্মণৰ বৰ্ণ-চিহ্ন হীন।
কোন ভাগৱান পুৰুষৰ
বংশৰ প্ৰদীপ তোমালোক?

লব—আমি ( ক'ব খোজোতেই কুশই চকুৰ ঠাৰেৰে হাক দিলে )

কুশ—আমি বাল্মীকি ককাদেউৰ আশ্ৰমত থাকো।

লক্ষ্মণ—( চকুৰ ঠাৰৰ পৰা পিতাকৰ নাম ক'বলৈ হাক দিছে বুলি জানি ছলনাৰে )

গুৰুৰ আদৰ্শ লঙ্ঘি
নেলাগে অৱজ্ঞে
দিব পিতৃ-পৰিচয়।
থাক, বাছাইঁত
কোৱাঁচোন সত্য কথা—
এই প্ৰতিমাৰ তুল্য ( স্বৰ্ণ সীতাৰ কাপোৰ গুচাই দি )
দেখিছানে মুখ কাৰবাৰ ?

( কুশই কথা নৌ কওঁতেই আনন্দত উত্ৰাৱল হৈ )

লব—আমাৰ আই! ক'ত পালে ?
কোনে সাজিলে ? আমাৰ ঘৰলৈ নিব দিবনে ?

ৰাম—( ধৈৰ্য্য ধৰি থাকিব নোৱাৰি )

লক্ষ্মণ, লক্ষ্মণ
কোন আন্ধাৰৰ আবৰণ ভেদি
পেলালাঁহি গোলোকৰ
আলোক উজ্জ্বল ?
মৰণৰ বিবৰ্ণ মুখত
কোন সৰগৰ
সঞ্জীৱনী সুধা আনি

চালিলাহি ধন্বন্তৰি হৈ ?
লক্ষ্মণ, লক্ষ্মণ !!

লক্ষ্মণ—দাদা, দাদা, স্থিৰ হোৱাঁ,
ধৈৰ্য্যৰ নিকুঞ্জ বন
মুবুৰাবা অশ্ৰুৰ বানেৰে।

ৰাম—নিষ্ঠুৰ লক্ষ্মণ,
শ্ৰীৰামৰ অশ্ৰুধাৰা
নিজে ঢালি আহি তই
তমসাৰ অতল তলিত
আজি ক'ত দেখিলি পুনৰ
মৰুময় নয়নত মোৰ ?
( ল'ৰা দুটিক ধৰি ) বাছাহঁত,
ক'ত হাঁহিছিলি ?
ক'ত কান্দিছিলি ?
ক'ত কৰিছিলি নিচুপি উচুপি
জননীৰ স্তন্যধাৰা পান ?
( এৰি দি ) আই আই !!
চাই যোৱাঁ নিধি সপোনৰ।

( প্ৰস্থান )

লক্ষ্মণ— শত্ৰুঘ্ন,
যোৱাঁ, সুস্থ কৰা অযোধ্যাপাতক।

( শত্ৰুঘ্নৰ প্ৰস্থান )

( কৌশল্যাৰ প্ৰবেশ )

কৌশল্যা—সোণাইঁত মোৰ, ( সাৱটি ধৰি )
নেপালোঁ কোলাত লৈ
অৰ্থশূন্য হাঁহি চাবলৈ ;
নেপালোঁ হাতত ধৰি
বুলোৱাব অথিৰ চৰণ ;
মুখৰ মৃত্তিকা উলিয়াই
ধুৱাই পখালি কোলাকৈ
নোৱাৰিলো হেঁপাহ পলাই
পিতামহী হ'ব তইঁতৰ।

লক্ষ্মণ—আই, আই
আজি ই আনন্দ দিন
নিতিয়াবা অশ্ৰু বৰ্ষণেৰে।

কৌশল্যা—নিতিয়াওঁ বাছা,
নিতিয়াওঁ লোতকেৰে
পুণ্য শুদ্ধ আনন্দ ৰাজ্যৰ।
উঃ কি সুখ ? কি সুখ ?
পিতামহী হ'লো আজি মই।

( বেগাই উৰ্ম্মিলাৰ প্ৰবেশ )

উৰ্ম্মিলা—দিয়ক, দিয়ক, আই ( হাত মেলি )
যি সুখৰ স্বপ্ন দেখি
ষতনালো পঞ্চামৃত

আনন্দ মনেৰে, এটি দিন—
সেই দুটি হাতে
একোলা কোলাত লৈ
দুয়োটি পোনাকে
মৱো হওঁ ভাগ্যৱতী খুড়ী।

---

## দ্বিতীয় দৃশ্য

গাৱঁলীয়া বাট

(ধোবা-ধুবুনীৰ প্ৰবেশ)

ধোবা—হেৰ' পনক মাক।

ধুবুনী—কি ?

ধোবা—সচা অ', তই কোৱাই হয়। হেৰ' গোটেই খন দেশত উদুলি-মুদুলি, উলহ-মালহ, উখল-মাখল, থৌকি-বাথৌ, হেন্দোল-মেদোল—তই থাক মই যাওঁ।

ধুবুনী—কৈছাহে আকৌ। আজি ৰজাৰ ঘৰত শেষ যইগু। খৰি ভাৰীৰ পুতেকৰে পৰা ৰজাৰ কোৱঁৰলৈকে আটাইবে গা সাতখন আঠখন; গোটেই উলহৰ মাদলি, তুলহৰ বিয়া। যইগুত সেৱা কৰিবলৈ আজি হেনো ৰাণীও আহিব।

ধোবা—তই তেহেলে মোক মত্তাকে বোল বা তিৰোতাকে বোল, মই হ'লে 'এইখিনিতে' কথা একাষাৰ নকৈ নোৱাৰো পাই।

ধুবুনী—মতাকে বুলিম বাক, কোৰাঁচোন শুনো।

ধোবা—ৰজা-ৰাজোৱানবোৰ আমাৰ দেশৰ কালৰ কলি।

ধুবুনী—'কালৰ কলি'?

ধোবা—ওঁ কালৰ কলি। তেওঁবিলাকৰ ধন-ধান উভৈনদী দেখি বিয়া-বাক, সেৱা-সকামত তেওঁবিলাকে কলহৰ মুখেৰে ধন ভাঙিব। দুখীয়াই তেওঁবিলাকক দেখি মন টাপৰিব নোৱাৰি বিয়া-বাকত টেটুলৈকে ধাৰ লগাই মৰিব।

ধুবুনী—ৰজা-ৰাজোৱানৰ ধনবোৰনো তেনেহলে কেনেকৈ ভাগিব?

ধোবা—ৰাইজৰ হকে আলি-পদূলি বন্ধা, নাদ-পুখুৰী খন্দা, বাটৰ কাষত গছ ৰোৱা—এইবোৰ কৰিলে জানো গাগৰিয়ে গাগৰিয়ে ধন নেভাগিব?

ধুবুনী—থোৱাঁ থোৱাঁ তোমাৰ বাটে বাট বুলিবলৈ হ'লে—দেশত হাইচ্-লাইচ্ একো নেথাকিবই।

ধোবা—হেৰ' মোৰ বাটেনো বাট বুলিব কোনে? কথাটোহে কৈছো।

ধুবুনী—বাক বাক, মোৰ এই ফোটটো চোৱাঁচোন একতীয়া হ'লনে কি? (দেখুৱায়)

ধোবা—এচকুৰে চালে হৈছে; এচকুৰে চালে নাই হোৱা।

ধুবুনী—তুমিও আৰু বাক দেও। ইমান কেৰা কথাও ধৰিব নোৱাৰাঁনে?

ধোবা—ৰ, বাক, ভালকৈ চাই লওঁ। (আঁতৰৰ পৰা চাই) গালখন কাতি কৰচোঁন; সিফালে কাতি কৰচোঁন; আকৌ

ইফালে কাণ্ডি কৰচোঁ ( ধুবুনীৰ তথা কৰণ ) হৈছে হেৰ'; হৈছেই বোল্ ।

ধুবুনী—সেয়া লগালা থু-ধুৱনি । কথাযাৰ চয়-নিচয় মাৰি ক'ব নোৱাৰানে ? হৈছেনে, নাই—একেযাৰ হে কথা ।

ধোবা—মোৰ চকুত হৈছে; পাচে ডেকা ল'ৰাৰ চকুত হ'লে ( আঙ্গুলিৰে চিঞাৰ দি ) এইফালে শুকুলা একাদশীৰ জোনটো যেন একেৰিমান...

ধুবুনী—নেলাগে চাব যোৱাঁ । ( মুখ ঘূৰালে ) অচিনাকি তিৰোতা মানুহে দেখি হাঁহিৰ বুলি কথাষাৰ সোধোতে ইমান মস্কৰা ! হক্,—ক'তীয়া হ'লেও হ'ক ।

ধোবা—তোৰে শপত পনক মাক, একেবাৰেই থুবুং পুখুৰীৰ মাজত ৰঙ্গা ভেট পাহ ফুলি থকা দি আছে হেৰ' ।

ধুবুনী—তাকেনো অথনিৰে পৰা নোকোৱাঁ কিয় ?

ধোবা—বুইছ পনক মাক, পোন কথা ফো ফো, বেকা কথা চো চো ।

( উভয়ৰে গীত )

পুখুৰীৰ মাজতে ভেটফুল এপাহি
সূৰুযৰ মুখলৈ চাই ।
সুধিলে ভিনিহি স'চানে শুনিলো
আবিয়ৈ পতুমী বাই ॥

পছুৰে ভনীটিৰ গাত
হৈঁচুকি লগালে মাত

হয়েঁৰা সতৰী, বিয়াৰ যে বছৰি
গামোচা লৈছিলি গাত।
ভনীটিৰ লাগিলে জুতি
ওলালে কথাৰে কুটি
সুধিলে বাইটি
কথা যে ঘাইটি
ভিনিহি কুকুৰীকাণ
ৰাতিটো হাঁতীৰে মান ;
কেনেকৈ আহিলে
বৰ হোম পুৰিলে
জেঠেৰীক ধৰিলে মান।
ভেটৰ ভেঙ্কুচালি
বুজি পাই ব'দালি
বুলিলে নাই নাই নাই
বৰ হোম সক হোম নাই
দিনৰ দুপৰীয়া পাতিছিলো বিয়া
চকলং বিধিকে গাই॥

( উভয়ৰ প্ৰস্থান )

—০:*:০—

## তৃতীয় দৃশ্য

### যজ্ঞ মণ্ডপ

( আসনত ৰামচন্দ্ৰ, ওচৰত ছত্ৰচামৰধাৰী তিনিও জন ভায়েক, হনুমান, দুৰ্ম্মুখ, কঞ্চুকী, কলায়ুধ মন্ত্ৰী আদি সভাসদ-সকল। যজ্ঞস্থলীৰ ওচৰত বশিষ্ঠ আদি ঋষিসকল )
[ সকলোৰে চকু আগন্তুকা সীতালৈ ]

কুশ—পিতা, ৰাতিপুৱা হ'লেই দেখো; আইনো কেতিয়া পাবহি ?

লৱ—আজিৰ পৰা আই ইয়াতে থাকিব, নহয় নে পিতা ?

ৰাম—হয়, হয়।

( নেপথ্যে বাল্মীকি শিষ্যৰ গীত )

বন্দে—
বন্দে নৰবৰ
দুখভীতি পাপহৰ
ৰুচিৰ মনোহৰ
শ্ৰী শ্ৰীৰামং।
মণিমালা কুণ্ডল
উজ্জ্বল ঝলমল
নয়ন শতদল-তনু ঘনশ্যামং ॥

লৱ—আমি আইক ধৰি আনোগৈনে পিতা ?

কুশ—ব'লা ব'লা

( দুয়ো উলাহেৰে ওলাই গ'ল )

( সশিষ্য বাল্মীকি, মাজতে সীতাৰ হাতত ধৰি কুশ-লৱ আৰু পাচত লক্ষ্মণৰ প্ৰবেশ )

—শিষ্যসকলৰ গীত—

আনিছো বুটলি আজি
বন সৰা ফুল।
দূৱৰিৰ মুখে মুখে
ক'লে কথা মন দুখে
পমালে আজলী বুকু
শোকে বিয়াকুল॥
চোঁৱা চোঁৱা তিতা চকু
লোতকে গধুৰ
জীণ যোৱা ঝিননিৰ
ঝিণি ঝিণি সুৰ
চোঁৱা কথা ঠোকাঠুকি
আবেগৰ লুকালুকি
চেনেহী নদীৰ চোঁৱা
বানে বুৰা কূল॥

( সকলো নিজ নিজ ঠাইত ব'ল ; বাল্মীকিয়ে ইঙ্গিত কৰিলত সীতা ৰামৰ ওচৰ পালেগৈ )

সীতা—( চকুপানী টুকি; সেৱা কৰি )
প্ৰভু,

কঠোৰ হ'লেও
তোমাৰেই কোমল হাতৰ
দান বুলি মানি ল'লো
বন-নিৰ্ব্বাসন।

ৰাম—জানকী, জানকী ( আৰু যেন মাতিব নোৱাৰিলে )

বাল্মীকি—হে' অযোধ্যাৰ পতি,
প্ৰজাবৃন্দ আৰু অযোধ্যাৰ,
শ্ৰীৰামৰ কণ্ঠহাৰ ছিগি
যি মহামাণিক
আছিল ইমান দিন
জীৰ্ণ মোৰ পৰ্ণ কুটীৰত
আজি নিজে আনি তাক
সঁপি দিলো প্ৰভুৰ হাতত।
ধৰ্ম্মশাস্ত্ৰ ৰচয়িতা,
প্ৰচেতাৰ পুত্ৰ মই
কৰা নাই কাহানিও
অসত্য আলাপ;
পতিব্ৰতা মৈথিলীৰ
সতীত্বত নকৰি সন্দেহ
কৰিব শ্ৰীৰামে, পুত্ৰ সমে সংবৰণ
দেবী জানকীক—
এয়ে মোৰ অনুৰোধ,

এয়ে মোৰ বাঞ্ছা অন্তৰৰ।
কৰা প্ৰভু কণ্ঠমণি
প্ৰমু কণ্ঠ-হাৰত সংযোগ;
প্ৰজাবৰ্গে স্বচক্ষে দেখক
যোগ্যাক যোগ্যৰ সহ—
একেখনি ৰাজ আসনত।
( সশিষ্যে বাল্মীকিৰ প্ৰস্থান )
দুৰ্ম্মুখ—( স্বগতঃ ) এই সুযোগতে
নমচিলে সতীৰ লোকক
দুৰ্ম্মুখৰ নাম শুনি
কাণত আঙ্গুলী দিব
ভবিষ্য ভাৱতে।
( প্ৰকাশ্যে ) শুনা, শুনা অযোধ্যাৰ
ৰাজ ভক্ত প্ৰজা—পৰিজন,
মহৰ্ষিৰ মধু কল্পনাত
বিধতাৰ বিনোদ-বিশ্বত
বাজিছে পুনৰ আজি
সতীত্বৰ মৃদঙ্গ গম্ভীৰ।
বোলাঁ, বোলাঁ সমস্বৰে
জয় দেৱী, সতী জানকীৰ।
ৰাম—( উল্লাসযুক্ত হৈ ) হয়, হয়,
এবাৰ, এবাৰ মাথো
শুদ্ধ অন্তৰেৰে। ( অগ্নি অলিল )

লক্ষ্মণ—দাদা,
বজাৰ ইচ্ছাই বেদ
প্ৰজা মণ্ডলীৰ।
ৰাম—নহয় লক্ষ্মণ,
হ'ব পাৰো ৰজা মই
অযোধ্যাৰ প্ৰজা মণ্ডলীৰ;
কিন্তু, অন্তৰত মোৰ
ৰাজতন্ত্ৰতাই
পোৱা নাই স্থান কদাপিও।
প্ৰজাৰ অন্তৰ খনি
নোৱাৰে যি কৰিব শাসন
নহয় আদৰ্শ নেতা,
ৰজা—হোৱা আৰু বিদুৰত।
কোৱাঁ প্ৰজাবৰ্গ মোৰ,
'সত্য শুদ্ধা জনক দুহিতা'
প্ৰজাবৰ্গ—পৰীক্ষা! পৰীক্ষা!!
ৰাম—শুনা, শুনা
প্ৰাণ প্ৰিয় অযোধ্যা নিবাসী,
সুদূৰ লঙ্কাৰ সেই
সমুদ্ৰ কূলত
ওমলে বঙ্গেৰে য'ত
সুবৰ্ণৰ বেণু ৰাশি ৰাশি—

যাত এই জনক কন্যাৰ
হৈছিল অনল পৰীক্ষা।
প্ৰজাবৰ্গ—দেখা নাই।
লক্ষ্মণ—দেখিছিল যক্ষ ৰক্ষ,
গন্ধৰ্ব্ব কিন্নৰে;
দেখিছিল দেৱতা বৃন্দই।
প্ৰজাবৰ্গ—আমি দেখা নাই।
লক্ষ্মণ—দেখিছিল লঙ্কাৰ প্ৰজাই
তদুপৰি নিজে, পিতা দশৰথে,
স্বয়ং অগ্নিয়ে
ঘুষিছিল সতীত্ব সতীৰ।
প্ৰজাবৰ্গ—আমি শুনা নাই।
ৰাম—অৱশ্যে,
দেখা নাই তোমালোক
প্ৰাণ তুল্য অযোধ্যাবাসীয়ে।
তেন্তে, তেন্তে—
( অস্থিৰ হৈ ) প্ৰিয়া মোৰ
নিৰ্ভীকা বৈদেহী,
অনল পৰীক্ষা হ'ক,
আৰু এটিবাৰ—
আপোন ৰাজ্যৰ এই,
আপোন গৃহত।

লক্ষ্মণ—( বাধা দি ) দাদা, দাদা !!

ৰাম—( লক্ষ্মণৰ বাহুত ধৰি ) নহয় লক্ষ্মণ,

এইবাৰ শেষবাৰ বুলি।

ভদ্ৰ, দুৰ্ম্মুখ,

জ্বলোৱাঁ অনল

মচক সন্তাপে আজি

সতীত্বৰে, দৃঢ় অন্তৰেৰে

সন্দেহৰ শেষ ছাঁয়া-জাল।

( কৌশল্যাৰ বেগাই প্ৰবেশ )

কৌশল্যা—কি কৰাঁ শ্ৰীৰাম ?

ৰমণীৰ চৰিত্ৰৰ সঞ্চিত ধনক

জুখিব খুজিছা আজি

অবিশ্বাসী পাপ পূৰ্ণ

চকুৰ আগত ?

ৰাম—আই, আই,

ক্ষমা অপৰাধ মোৰ।

ৰজা মই

সমাজৰ ইচ্ছাৰ বিৰুদ্ধে

নোৱাৰো কৰিব একো কাম।

( সীতাক ) দেবী,

ভাবি চোৱাঁ দায়িত্ব ৰামৰ ;

এৰাঁ অভিমান……

সীতা—পুৰুষৰ ব্যৱস্থাত
　　নবজে নাৰীৰ অভিমান।
ৰাম—জ্বলিল অনল দেৱী।
　　শুদ্ধ সুৱৰ্ণৰ দৰে
　　অম্লান বৰ্ণেৰে উঠি
　　অগ্নি পৰীক্ষাত—
　　সতীত্বৰ ৰাখা উচ্চ মান॥
সীতা—আকৌ আকৌ সেই
　　নিৰ্ম্মম বচন।
　　প্ৰভু,
　　ইমানতো ঘুণুচিল সন্দেহ তোমাৰ?
　　ইমানতো নাতবিল
　　ক্ষুদ্ৰ দুৰ্ব্বলতা?
　　যাৰ সাক্ষ্য দিলে মহৰ্ষিয়ে,
　　যাৰ সাক্ষী আছিল অনল
　　যাৰ সাক্ষী পূজ্যপাদ গুৰু দশৰথ,
　　সেই জানকীয়ে
　　বাৰে বাৰে অগ্নিত সোমাই ·· ( ঠোকাঠুকি মাতেৰে )
　　উঃ। উঃ! ভাগ্য মোৰ!
　　কত দিবি অন্তৰত নিষ্ঠুৰ আঘাত?
　　ক্ষান্ত হোৱা প্ৰভু মোৰ, ( খন্তেক বৈ থাকি )
　　ক্ষান্ত হোৱা প্ৰজাবৃন্দ;

শেষ ছাঁয়া মচিম নিজৰ।

( অলপ আগবাঢ়ি গৈ পৃথিবীলৈ চাই, কৰযোড় কৰি )

আই, আই

বসুন্ধৰা, জন্মদাত্রী মোৰ,

জানি নিজে মহিমা সতীৰ

কি চাই আছা মাতৃ ?

দাশৰথি বিনে যদি

সচেত-সপোনে জ্ঞানে

কৰা নাই চিন্তা আন

কোনো পুৰুষৰ,—

দ্বিধা হোৱাঁ—দিয়াঁ স্থান

নেচাওঁ জন্মত এই শ্রীৰামৰ মুখ।

( হঠাতে তলৰ মাটি ওপৰলৈ উঠি ২।৩ বাৰ ভীষণ শব্দ কৰিলে আৰু তাৰ পাচত মাটি ফাটি অনন্তৰ ফণাৰে বসুমতীৰ আবির্ভাব হ'ল )

বসুমতী—আই,

অযোধ্যাৰ জন সমাজত

এয়ে যদি পূজা সতীত্বৰ

আহাঁ কন্যা মোৰ,

জননী-দুহিতা

দুয়ো ধৰাধৰি কৰি

স্থান লওঁ পাতালৰ অতল তলিত।

( সীতা-বসুমতীৰ অন্তর্দ্ধান আৰু সকলোৰে মুখত ভয়-বিস্ময়-উদ্বেগৰ লক্ষণ )

কুশ—পিতা, পিতা, আই ক'লৈ গ'ল?

কৌশল্যা—জানকী, জানকী।

লক্ষ্মণ-ভৰত-শত্রুঘ্ন—( সমস্বৰে ) বৌদেৱ, বৌদেৱ।

হনু—মাতৃ, ইয়ালৈকে
গোপনে গোপনে
পালিছিলো আশা অন্তৰত?
উঃ প্ৰভু!! প্ৰভু!!
কি কৰিলা?
হাতেৰে ৰোপণ কৰি
চৰণেৰে উঘালিলা
দেৱৰ দুৰ্ল্লভ পুষ্পলতা।

ৰাম—হনু, হনু!!
আৰু কিয়?
আনা ধনুৰ্ব্বাণ
চাওঁ আজি
জামাতাৰ শৰ বৰ্ষণত
ভাগেনে নেভাগে ধৈৰ্য্য
পাষাণী ধৰাৰ। ( অধীৰ হৈ )
লক্ষ্মণ, লক্ষ্মণ!!
নহয়, নহয়—
দিয়া শক্তি শেল
ধৰাৰ হৃদয় ভেদি
আনো তুলি সতী জানকীক।

বশিষ্ঠ—( ৰামৰ হাতত ধৰি )
বৎস ৰাম
জিতেন্দ্রিয় বীৰ তুমি,
বেদ-শাস্ত্র বিদিত তোমাৰ।
এনে আচৰণে, বৎস,
নোশোভে তোমাক।

ৰাম—গুৰুদেৱ, গুৰুদেৱ,
এয়েনে কি ৰাজ্য সুখ ?
এয়েনে কি ৰাম-ৰাজ্য
ভাৰতৰ চিৰ-কীৰ্ত্তনীয় ?
গুৰুদেৱ, ( আকাশলৈ চাই )
সৌৱা, সৌৱা—
ৰামৰ বৈকল্য দেখি
হাঁহিছে তাৰাই,
হাঁহিছে শূদ্ৰকে,
হাঁহিছে লঙ্কাৰ ৰাণী,
মন্দোদৰী, ৰাৱণ ভাৰ্য্যাই।
নহয়, নহয় গুৰুদেৱ
ৰজা মই,
জানো সাম-দান-দণ্ড-ভেদ
চাওঁ শেষ বাৰ—
( আজোৰ মাৰি বশিষ্ঠৰ হাতৰ পৰা এৰাই )

সকলোৰে—কি কৰা, কি কৰা প্ৰভু,

অযোধ্যাৰঞ্জন ??

ৰাম—'অযোধ্যাৰঞ্জন' ( সকলোলৈকে চাই )

অযোধ্যাৰঞ্জন !!

শ্ৰীৰামৰ ভাগ্যে

নেসাধিলে এই নাম।

নহয় নহয়

( আঠুকাঢ়ি )

শিশু সন্তানৰ দৰে

কাৰো কৰিছো মাতৃ,

সৰ্ব্বংসহা জননী মাধৱী,

স্থান দিয়া শ্ৰীৰামকো

পাতাল পুৰীত—

আজ যেন জীৱনত

নঘটক বৈদেহী-বিয়োগ।

—যৱনিকা—

"শ্ৰীকৃষ্ণাৰ্পণমস্তু"

ভাৱনাৰ অৰ্থে

# পৰিশিষ্ট।

এই ভাগত নান্দী আৰু মুক্তিমঙ্গল গীত দুটিৰ বাহিৰে আনবিলাকত সুৰ সংযোজনা কৰা ন'হল। ভাৱনা কৰোতে গায়ন সকলে গীতৰ ছন্দলৈ লক্ষ্য কৰি আৰু কথালৈ চাই, উপযুক্ত সুৰেৰে উচিত ঠাইত গীত কেইটি গাব পাৰিব।

## সুত্ৰধাৰৰ

শ্লোক—ৰামায় সীতানাথায় পিতৃভক্তিপৰায় চ।
নমঃ বীৰায় ধীৰায় গতিমুক্তি প্ৰদায়িনে॥

অপি চ

প্ৰাৰ্থিনাং কামধেনুঞ্চ
আৰ্ত্তানাং পোতমুত্তমম্।
ভক্তানাং আশ্ৰয়ং বন্দে
শ্ৰীৰামং পুৰুষোত্তমম্॥

## নান্দী গীত (সুহাই—একতাল)

জয় জয় ৰাঘৱ শ্ৰীৰাম।
পাদ পদ্মে কৰোহো প্ৰণাম॥
যাৰ নাম লৈয়া পাপী তৰি।
পাৱে গতি কুলক উদ্ধাৰি॥

প্রজা প্রীতি সাধন মানসে।
সতী পত্নী দিলা বনবাসে॥
সেহি রাম চরণে নমিয়া।
পিউ পিউ মাধুরী অমিয়া॥

## ভটিমা

জয় জয় রাঘর
ইহলোক বান্ধর
ভর-নদ তারণ সেতু।
জয় জয় শঙ্কর
নন্দন কুন্দুস্বর
নরকুল উদ্ধার হেতু॥

দুর্ম্মতি দশানন
সীতা সতী হরণ
করি মনে দিগন্ত তাপ।
খর শর বর্ষণ
করি বাধ বারণ
হরিলাহা ভূমিক পাপ॥

নৈকষেয় ধ্বংষিতা
সীতা সতী নিন্দিতা
শুনি প্রাণে লভিলা দুঃখ

প্রজা জন রঞ্জন
হেতু পত্নী বর্জ্জন
করি প্রভু ত্যজিলা সুখ॥
অশ্বমেধ পালন
কালে নিন্দা ক্ষালন
স্থির করি সমজ্যা মাঝে।
মনোরথ বিফলে
অতিশয় বিহ্বলে
ভূমিতল লুটিলা লাজে॥
বিশ্ব দেব দেবক
সেহি প্রভু সেবক
মূঢ়মতি কিঙ্করে ভণে।
পরিহরি দূষণ
হয়ো গুণী ভূষণ
রাম রূপ চিন্তিয়ো মনে॥

---

## রামচন্দ্রাদির প্রবেশ গীত।

আরে রাঘব রঘু কুল দিনকর।
সঙ্গে রঙ্গে বীর বন্ধু তিনি সহোদর॥
কনক প্রতিমা সতী সীতা মহাদেই।
স্বামী সমে লয়েলাসে সীতা প্রবেশয়॥

নটে-ভাটে বাদ্য-ভণ্ডে পূৰয় গগন।
মিলল জনম-তিথি-উৎসৱ-লগন॥

## ঊৰ্ম্মিলা আদিৰ প্ৰবেশ-গীত

গুরু গুরু গুরু মৃদঙ্গ বাৱে।
আৱে সখী সমে জগত মাৱে॥
কনক কিঙ্কিণী কণু কণু কণু।
চৰণে নুপুৰ ঝুনু ঝুনু ঝুনু॥
সভাসদ জন পূৰল কাম।
মুখ ভৰি বোল ৰাম ৰাম ৰাম॥

## ৰামচন্দ্ৰ আৰু দুৰ্ম্মুখৰ কথোপকথনৰ অন্তত

জানকী কলঙ্কিনী শুনিয়ে শ্ৰীৰাম।
মানস বিধি পুনু ভেলি মম বাম॥
কি সুখে বহবো আৱে গুরু মন তাপে।
শাৰদ ইন্দু যৈচে গ্ৰাসে ৰাহু পাপে॥
জগতৰ হৰি হুয়া পাৱয় সন্তাপ।
কহতু মিত্ৰদেৱ মৈথিলী নিষ্পাপ॥

## শত্ৰুঘ্ন-লৱ-কুশৰ যুদ্ধ গীত

অ'ৰে ঋষি সুত কেনে কৰস ৰৰাই।
অগনিৰ আগে ক্ষুদ্ৰ পতঙ্গ পৰাই॥

ৰাঘৱৰ যজ্ঞ-অশ্ব চিন নাহি ভালে।
জানলো মিলল আজি অন্তক কপালে॥
ধৰ ধৰ শৰাসন বিক্রম প্রমাণি।
জয় জয় প্রভু ৰাম ঘুষিয়োক ছানি॥

---

## ৰামচন্দ্রৰ যুদ্ধ-যাত্রাৰ গীত

মহাবীৰ পৱননন্দন সঙ্গে কৰি।
যুদ্ধ সাজে লড়িলন্ত ৰাম ৰাৱণাৰি॥
অসংখ্য পদাতি সেনা গজ-বাজী লৈয়া।
তপোবনে উপস্থিত ভৈল ৰামৰায়া॥
অশ্ব খুজি নপায়া ধৰিল ধনুর্ব্বাণ।
কহে দাসে পুত্র তযু নোহে অল্পমান॥

---

## সীতাক লৈ যজ্ঞত বাল্মীকিৰ প্রৱেশ-গীত

ৰাঘৱ হে আনি আছো
জনক নন্দিনী বৰনাৰী।
সীতা চিৰ সতী কহোঁ দিগন্ত প্রচাৰি॥
অকলঙ্কে কলঙ্ক আৰোপ সুৰুৰায়।
দিয়ো দাসৰথি, সতী তব পদে ঠাই॥

## যুক্তিমঙ্গল গীত

( কল্যাণ খয়মান )

পাতালে চললি জননী রে।
স্বামী বাক্য বাণে
দগধ পরাণে
ভৈলা অভিমানিনী রে॥
রঘুপতি রাম
দূর্ব্বাদল শ্যাম
ভূমিতলে অবতরি রে।
প্রজা প্রীতি সাধি
পত্নীক নির্ব্বাসি
গেলা লীলা পরচারি রে।
হরি গুরু পদ
কৃপায়ে আপদ
বিনাশি ভকতবৃন্দ রে।
শ্রবণে কীর্ত্তনে
শ্রীলীলা দর্শনে
লভোক পদারবিন্দ রে॥

# সূত্ৰধাৰিকা ( Programme )

## ১ম অঙ্ক।

### ১ম দৃশ্য—উৎসৱ মণ্ডপ।

কঞ্চুকী, মন্ত্ৰী, লক্ষ্মণ, ৰামচন্দ্ৰ, সীতা, ভৰত, শত্ৰুঘ্ন, পাৰিষদসকল সভাসদ আৰু নট-ভাট সকল।

### ২য় দৃশ্য—উপবন।

পৰিচাৰিকাসকল, ৰাম, সীতা আৰু কঞ্চুকী।

### ৩য় দৃশ্য—গাৱঁৰ মাজৰ বাট।

মেমেৰা, মধু, দুৰ্ম্মুখ আৰু হলায়ুধ।

### ৪ৰ্থ দৃশ্য—পৰ্ব্বতৰ নামনি।

শম্বুক ( শূদ্ৰক ), বৈভৱ, ৰামচন্দ্ৰ আৰু দীনদাস।

## ২য় অঙ্ক।

### ১ম দৃশ্য—মন্ত্ৰণা কক্ষ।

ৰাম আৰু দুৰ্ম্মুখ।

### ২য় দৃশ্য—নৈৰ ঘাট।

ধোবা ( গেৰজাই ) ধুবুনী, ৰামচন্দ্ৰ আৰু কঞ্চুকী।

### ৩য় দৃশ্য—শয়ন কক্ষ।

উৰ্ম্মিলা, সীতা আৰু ৰামচন্দ্ৰ।

### ৪ৰ্থ দৃশ্য—মন্ত্ৰণা কক্ষ।

লক্ষ্মণ, ভৰত, শত্ৰুঘ্ন আৰু ৰামচন্দ্ৰ।

### ৫ম দৃশ্য—নগৰীয়া বাট।

তিনিজন নগৰীয়া আৰু হলায়ুধ।

### ৬ষ্ঠ দৃশ্য—তমসাৰ পাৰৰ অৰণ্য।

সীতা, লক্ষ্মণ আৰু মুনি-পুত্ৰ-কন্যাইত।

## ৩য় অঙ্ক।

১ম দৃশ্য—উদ্যান।

নর্ত্তকীহঁত, ৰামচন্দ্ৰ, কৌশল্যা, লক্ষ্মণ, ভৰত আৰু শত্ৰুঘ্ন।

২য় দৃশ্য—নগৰীয়া বাট।

ধোবা (গেৰজাই) আৰু ধুবুনী।

৩য় দৃশ্য—তপোবন।

কুশ, সীতা, লব, বাল্মীকি আৰু ব্ৰহ্মচাৰী।

৪র্থ দৃশ্য—তপোবন।

ঘোঁৰাৰখীয়াহঁত, কুশ, লব, শত্ৰুঘ্ন আৰু ঋষিবালকহঁত।

## ৪র্থ অঙ্ক।

১ম দৃশ্য—কক্ষ।

উৰ্ম্মিলা, লক্ষ্মণ, ৰাম, ভৰত আৰু বশিষ্ঠ।

২য় দৃশ্য—নগৰীয়া বাট।

তিনিজন নগৰীয়া আৰু হলায়ুধ।

৩য় দৃশ্য—তপোবন।

কুশ, ঋষিবালক, লব, দীনদাস, হনুমন্ত, ৰামচন্দ্ৰ আৰু দুৰ্ম্মুখ।

৪র্থ দৃশ্য—তপোবন।

সীতা, কুশ, লব, হনুমন্ত, বাল্মীকি, শিষ্যসকল, শত্ৰুঘ্ন, ভৰত, লক্ষ্মণ আৰু ৰামচন্দ্ৰ।

## ৫ম অঙ্ক।

১ম দৃশ্য—কক্ষ।

ৰামচন্দ্ৰ, কুশ, লব, লক্ষ্মণ, কৌশল্যা আৰু উৰ্ম্মিলা।

২য় দৃশ্য—গাৱঁলীয়া বাট।

ধোবা (গেৰজাই) আৰু ধুবুনী।

৩য় দৃশ্য—যজ্ঞমণ্ডপ।

কুশ, লব, ৰামচন্দ্ৰ, বাল্মীকি, শিষ্যসকল, লক্ষ্মণ, সীতা, ভৰত, কৌশল্যা, দুৰ্ম্মুখ, হনুমন্ত, বশিষ্ঠ, বসুমতী আৰু প্ৰজাসকল।